CHILDREN' CORNER




# নগাকোঁৱৰ

কমলানন্দ ভট্টাচাৰ্য্য







=চপলা সাহিত্য সদন=

পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান

পোষ্ট বক্স নং ১, শ্বিলং

# CHILDREN'S CORNER

## উছৰ্গা

৺দেউতাৰ

শ্ৰীশ্ৰীচৰণোদ্দেশে

আগ বঢ়ালো—




—কমলানন্দ ভট্টাচাৰ্য্য

# কমলানন্দ ভট্টাচাৰ্য্য

—প্ৰখ্যাত নাট্যকাৰ, জনপ্ৰিয় কবি, কৃতী সুৰসাধক আৰু আদৰ্শ শিক্ষক কমলানন্দ ভট্টাচাৰ্য্য নগাৱঁৰ এটি বিদ্যানুৰাগী, সঙ্গীতপ্ৰেমী, সংস্কৃতিবান মধ্যবিত্ত পৰিয়ালৰ সন্তান। ঊনবিংশ শতাব্দীৰ শেষ দশকত তেওঁৰ জন্ম।

নগাওঁ, গৌহাটী, কলিকতাত শিক্ষা সমাপন কৰি তেওঁ শিক্ষকতা বৃত্তি গ্ৰহণ কৰে। সাত বছৰ কাম কৰাৰ পিছত মহাত্মা গান্ধীৰ আহ্বানত চাকুৰী এৰিদি তেখেতে জাতীয় আন্দোলনত যোগদান কৰে। দেশৰ কাৰণে তেওঁ কেইবাবাৰো কাৰাবৰণ কৰিছিল।

সৰুৰে পৰা সাহিত্য, সঙ্গীত, নাট্যকলা আদিৰ প্ৰতি ভট্টাচাৰ্য্যদেৱৰ যি গভীৰ অনুৰাগ দেখা গৈছিল জীৱনৰ শেষ দিনলৈ সেই অনুৰাগ অটুট আছিল। এজন খাঁটি সাধকৰ নিষ্ঠালৈ তেখেতে আজীৱন মাতৃভূমি আৰু মাতৃভাষাৰ সেৱা কৰি গৈছে।

তেখেতৰ কাপৰ পৰা ওলোৱা নগা কোঁৱৰ, বাউলী, চিত্ৰাঙ্গদা, অৱসান আদি গ্ৰন্থ অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। জেলত থকা অৱস্থাত তেওঁ কেইবাখনো কিতাপ লিখিছিল। বিয়াল্লিচৰ বিপ্লৱৰ সময়ত উদ্ধত শাসনশক্তিৰ অত্যাচাৰত ইয়াৰ বহুতো চিৰতৰে ধ্বংস হৈ গৈছে।

১৯৫১ চনত এই দৰদী শিল্পীৰ জীৱনদীপ নিৰ্ব্বাপিত হয়—

---

বিঃ দ্ৰঃ লিখক সম্পৰ্কে বিস্তাৰিত জ্ঞাতব্য ২২০ পিঠিত

# পাতনি

"* * * কমলা তোমাৰ 'নগা কোঁৱৰে' মোক নাগিনী কৰিলে সঁচায়ে।* * *" অধ্যাপক শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম, এ, বি, এল দেৱৰ এই একে আষাৰ অভিমত মোৰ নগা কোঁৱৰৰ সোণৰ সঁফুৰা। নগা কোঁৱৰক বাজলৈ উলিয়াবৰ প্ৰয়াস মোৰ সেই উদগণি।

নগা কোঁৱৰ লেখি অটাওঁতেই ডিব্ৰুগড়ৰ মেডিকেল স্কুলৰ ছাত্ৰ সমূহে খোজাই নি বৰ কৃতিত্বেৰে তাৰ প্ৰথম অভিনয় কৰে। সেই উদ্যোগী ছাত্ৰসকললৈ এই খিনিতে মোৰ কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ। সেই অভিনয়ৰ পিছতে বহুতৰ পৰা নগা কোঁৱৰৰ শলাগনি পাইছিলোঁ। "Times of Assam" কাকততো নগা কোঁৱৰক শলাগি এটি বিস্তাৰিত সমালোচনা প্ৰকাশিত হৈছিল।

নগা কোঁৱৰ হয়তো আৰু বছৰচেৰেকৰ আগতে বাজলৈ ওলাব পাৰিলেহেঁতেন, কিন্তু দুখীয়াৰ উদ্যমত বিধি পথালি সদাই আছেই।

যি কি নহওক নানা আপদ জঞ্জালৰ মাজেদিও ইমান দিনৰ মূৰত আজি নগা কোঁৱৰ বাজলৈ ওলাব পৰাতেই মোৰ অপাৰ আনন্দ! যদি ৰাইজৰ চেনেহ মৰমৰ অধিকাৰী হবৰ যোগ্য হয় বুজিম নগা কোঁৱৰৰ মৰ্য্যাদা আছে।

কমলানন্দ ভট্টাচাৰ্য্য

# দ্বিতীয় তাঙৰণৰ নিবেদন

৺কমলানন্দ ভট্টাচাৰ্য্যদেৱৰ 'নগা কোঁৱৰ' প্ৰকাশ হোৱাৰ লগে লগেই আশাতীত সাফল্য আৰু জনপ্ৰিয়তা লাভ কৰে, ফলত নিচেই কম সময়ৰ ভিতৰতেই প্ৰথম তাঙৰণ শেষ হৈ যায়। কিন্তু পৰিতাপৰ বিষয় চাৰিও-ফালৰ পৰা ক্ৰমাগত চাহিদা আহি থকা সত্বেও লিখকৰ জীৱিতাবস্থাতে কিতাপখন পুনঃ প্ৰকাশ কৰি ৰাইজৰ অতৃপ্ত আকাঙ্ক্ষা পূৰণ কৰিব নোৱাৰিলে। নানা আহুকাল বেমেজালিৰ লগত তেখেতৰ ভগ্নস্বাস্থ্য আৰু অকাল মৃত্যুই তাৰ নিমিত্তে দায়ী।

দীৰ্ঘদিনৰ পিছত হলেও স্বৰ্গীয় নাট্যকাৰ কবিৰ উপযুক্ত পুত্ৰই কৃতী পিতাকৰ পৱিত্ৰ স্মৃতি ৰক্ষাৰ কাৰণে মন মেলাত আমি সানন্দে কিতাপখনৰ দ্বিতীয় তাঙৰণ প্ৰকাশ কৰি ৰাইজলৈ আগ বঢ়ালোঁ। নাট্যামোদী অসমীয়া সমাজ তথা সদাশয় ৰাইজে ঠিক আগৰ দৰে এইবাৰো কিতাপখনৰ প্ৰতি মৰমসনা দৃষ্টিৰে চালে আমাৰ প্ৰচেষ্টা সাৰ্থক হব।

শ্বিলং
আঘোন ১৩৬২

প্ৰকাশক

# নগা কোঁৱৰৰ

## ভাৰৰীয়া সকল

| পুৰুষ | তিৰোতা |
|---|---|
| চুহুম্মুঙ্গ—আহোম স্বৰ্গদেও | অহল্যা—ছুটিয়াৰ মহাৰাণী |
| চুক্লেনমুং, চুৰেংমুং —ঐ পুত্ৰ | ৰেণুকা— ঐ কন্যা |
| খেনলুং— ঐ বুঢ়াগোহাঞী | নগা কুঁৱৰী—চুপিমফা স্বৰ্গদেওৰ নিৰ্ব্বাসিতা কুঁৱৰী, কণচেং ৰৰপাত্ৰ গোহাঞীৰ মাক |
| চাওফ্ৰাচেংমুং—ঐ বৰ গোহাঞী | লুকু—ঐ পালিতা নাগিনী ছোৱালী |
| চেংলুং-পিছত ঐ বৰপাত্ৰ গোহাঞী | মূলা গাভৰু—চাও বৰগোহাঞী দেৱৰ পত্নী |
| কণচেং নগা কোঁৱৰ | হেলা গাভৰু—ডেকৰজা চুক্লেন কোঁৱৰৰ মাদৈ |
| ৰৰবৰুৱা— ঐ সেনাপতি | মূহিলা—মূলা গাভৰুৰ লিগিৰি |
| কাছিতাৰা বা বঙাল ছুটীয়া ৰজাৰ মন্ত্ৰী পিছত ছদ্মবেশী—পাঠান সেনাপতি | লিগিৰি বিলাক, আয়তী বিলাক, নাৰী সেনা, চেংদৈ ইত্যাদি |
| ৰৰতি—আহোম চোৰাংচোৱা | |
| লেহেতীয়া—মুছলমানৰ খোজা শ্ৰেণীৰ আহোম লিগিৰা | |
| তুৰবক্—পাঠান সেনাপতি | |
| হুছেন খাঁ, তাজু খাঁ ঐ সহকাৰী | |
| নছৰৎ খাঁ, গিয়াছ বেগ ঐ কৰ্ম্মচাৰী | |
| খুণবাও—এটা নগা | |

পানী ফুকন, নাওবৈচা ফুকন, হিলৈবৰুৱা, সলাল গোহাঞী, সোন্দৰ, গৰখীয়া লৰা, নগা, পাঠান সেনা, আহোম সেনা ইত্যাদি

লিখকৰ অন্যান্য কিতাপ

বাউলী

সৈৰিন্ধ্ৰী

চিত্ৰাঙ্গদা

সাৱিত্ৰী

অৱসান

বভ্ৰুবাহন

মৰাণ জীয়ৰী

বিয়াল্লিছৰ ছহিদ

নাৱৰীয়াৰ সুৰ

খৰি ভাৰীৰ ৰাজ্যলাভ

# নগা কোঁৱৰ

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

[ ছুটীয়াৰ ৰাজধানী সদিয়াৰ ‘নামনিৰ অৰণ্য। ছুটীয়া ৰজা ধীৰ নাৰায়ণৰ ৰাণী অহল্যা আৰু জীয়েক ৰেণুকা। অহল্যাই হেংদান ডাঙ্গি ৰেণুকাৰ ডিঙিলৈ টোঁৱাই আকৌ হেংদান দলিয়াই পেলাই ৰেণুকাক সাবট মাৰি ধৰে। ]

অহল্যা—হায়! মাতৃস্নেহ! ইমান যন্ত্ৰণা অথচ ইমান মমতা! এটা আঘাতত সকলো যন্ত্ৰণাৰ শেষ—তথাপিও হৃদয় ইমান দুৰ্ব্বল! ভগবান! ৰাজ-ৰাণীৰ কপালত যদি এনেকুৱা যন্ত্ৰণাকে লিখিছিলা তেনেহলে আকৌ সেই যন্ত্ৰণা সহিবলৈ হৃদয়ত শক্তি নিদিয়া কিয়? ভগবান! তুমি সঁচাকৈয়ে আছানে? আছা যদি,—তোমাতকৈ নিষ্ঠুৰ আৰু কোনোবা আছেনে?

ৰেণু—আই, ক'তা? মোক নেকাটিলা?

অহল্যা—[ ৰেণুক বুকুত সাবটি ধৰে। ]

আই মোৰ! ৰেণু মোৰ! উস্!

ৰেণু—আই! নেকান্দিবা! কাটা আই মোক কাটি সকলো দুখৰ শেষ কৰা।

অহল্যা—ৰেণু মোৰ! হোঁ হেংদান তই—ল! তই ইয়াৰ একে ঘাপে মোৰ মূৰটো চিঙি পেলা। হোঁ ল! এইয়া মই ডিঙি পাতিছোঁ! উঠ ৰেণু ল!

ৰেণু—মই নোৱাৰোঁ আই। মই কেতিয়াও মানুহ কটা নাই। মোক কাটা আই। মইহে তোমাৰ গলগ্ৰহ হৈছোঁ আই। মোক কাটা।

অহল্যা—গলগ্ৰহ! ৰেণু!. ৰেণু! দহমাহ দহদিন জঠৰত ধৰি তোক গলগ্ৰহ তুলিছিলোঁ! হাঁ বিধাতা!

[ মুখ ঢাকি কান্দে ]

ৰেণু—আই! কান্দিলে কি হব! এই কেদিন তো দিনে নিশাই সমানে কান্দি ফুৰিছা! তেওতো একো হোৱা নাই। নেকান্দিবা আই।

অহল্যা—জানো আই কান্দিলে একো নহয়। ছুটীয়া ৰাজ্যৰ ৰাজকন্যা তই আৰু মই আছিলোঁ কালি তাৰ মহাৰাণী। কালি মোতকৈ সুখী এই পৃথিবীত কোনো নাছিল। আজি মোতকৈ দুখী পৃথিবীত কোনো নাই। আহোমে ৰাজ্য কাঢ়ি নিলে তাত মোৰ একো দুখ নাই। স্বামীয়ে যুদ্ধ কৰিছিল—হাৰিল—ৰাজ্য গ'ল। অৰণ্যৰ মাজত মহাৰাজে সৈতে তিনটি প্ৰাণী গছ পাতৰ পঁজা সাজি মহাসুখে কাল নিয়াওঁহেতেন! ঈশ্বৰে মোৰ সেই আশাতো পানী

ঢালিলে। নিষ্ঠুৰ আহোমৰ সৰ্ব্বস্ব অপহৰণ কৰিও শান্তি নহ'ল! ধন জন ৰাজ্য সম্পদ মান সোণৰ সিংহাসন—সোণৰ হাতী—সোণৰ বিড়ালী—সোণৰ মাইহাং—ইমান বোৰ লুটি নিও আহোম ৰজাৰ ঈৰ্ষা পূৰ নহ'ল! চৰাই-দেও মন্দিৰৰ খটখটিৰ তলত পুতিবলৈ মহাৰাজৰ আৰু কাছিতাবাৰ কটা মূৰ নহলে আহোম ৰজাৰ ছুটীয়া ৰাজ্য জয় সম্পূৰ্ণ নহয়! উস্! মহাৰাজ! স্বামী!

[ মূৰ্চ্ছা ]

বেণু—আই! আই! কিহ'ল! কিহ'ল!

অহল্যা—মহাৰাজৰ আৰু কাছিতাবাৰ কটামূৰ পাই সিহঁতৰ জয়ধ্বনিত গৰ্ভিনীৰ গৰ্ভপাত হৈছিল। ৰাক্ষসহঁতক কিমান কাকুতি কৰিছিলোঁ। মহাৰাজৰ পৰিবৰ্ত্তে মোৰ কটামূৰ আহোম ডাঙাৰিয়ানী সকলক উপহাৰ দিবলৈ—কত মিনতি কৰিছিলোঁ—উস্! কি নিষ্ঠুৰ! এঁকে আজোৰে মহাৰাজক মোৰ বুকু উদং কৰি লৈ গুছি গ'ল! চাইয়ে থাকিলোঁ! মোৰ এই মেলা চকুৰ আগতে—মোৰ মহাৰাজৰ ডিঙিত এটা মাথোন ৰেপ দি কটামূৰ লৈ গুছি গ'ল। ৰাক্ষসী মই চায়ে থাকিলোঁ—মহাৰাজৰ কেচা তেজেৰে গা ধুলোঁ—একো কৰিব নোৱাৰিলোঁ! উস্! কি ভীষণ সেই দৃশ্য! কি নিৰ্ম্মম সিহঁতৰ প্ৰাণ—নাৰী মই—শক্তি নাই! নহলে ইয়াৰ প্ৰতিশোধ! উস্ কোনে সেই নৰকীহঁতক ইয়াৰ প্ৰতিশোধ দিব! নৰকী আহোম ৰজা! যি যন্ত্ৰণা মোক দিছ এনেকুৱা শত যন্ত্ৰণা ভোগ কৰি মৰিবি! নিজৰ সন্তানে মাৰিব—

নিজৰ মঙ্গহ নিজে কামুৰি খাই মৰিবি। উস্ আৰু যে সহিব নোৱাৰোঁ—নহয়। ৰেণু! এইবাৰ সাজু হ।

[ আকৌ হেংদান ডাঙ্গি লয় ]

ৰেণু—মই সাজু আই। মই বাট চাইছোঁ কেতিয়া পিতাৰ ওচৰ পাওঁগৈ।

অহল্যা—পাবি আই—ময়ো পামগৈ! ময়ো তঁহতক এৰি নেথাকোঁ;

[ দা ডাঙ্গি আকৌ পেলাইদি ৰেণুক সাবটি ধৰে ]

নাই! নোৱাৰোঁ! নোৱাৰিলেও তো নহব! হৃদয়! এক মুহূৰ্ত্তৰ কাৰণে পাষাণ হ! কব নোৱাৰোঁ ইয়াৰ পিছ মুহূৰ্ত্তত আকৌ কি নতুন বিপদৰ মুখ দেখিব লাগে। আহ ৰেণু তোৰ চকু বান্ধি দিওঁ! এই খিনিতে আঁঠুকাঢ়িবি—লৰচৰ নকৰিবি।

[ অহল্যাই ৰেণুৰ চকু বান্ধি আঁঠুকঢ়ায় আৰু হেংদানেৰে ঢুকি পোৱা দূৰত নিজে আঁঠুকাঢ়ে আৰু নিজৰ চকু বান্ধি লয় ]

চকুৰে চাই নিজৰ সন্তানক—প্ৰাণৰ একেটি পুতলিক কোন সতে কাটিব পাৰিম। এয়ে উত্তম উপায়! আগেয়ে ৰেণুৰ শেষ কৰি পিছত নিজৰ শেষ কৰিম।

[ হেংদান ডাঙ্গি ঘাপ মাৰিব খোজে আৰু আহোম সেনা লেহেতীয়া প্ৰবেশ কৰি ৰেণুকাক ডাঙি আঁতৰাই নিয়ে। অহল্যাই ঘাপ মাৰি পিছত নিজৰ বুকুত তৰোৱাল বহুৱাই পৰি যায় ]

লেহেতীয়া—কি কৰিলে মহাৰাণী! কি কৰিলে। কিয় এনে সৰ্ব্বনাশ কৰিলে!

অহল্যা—কোন তুমি মোক মহাৰাণী বুলি মাতিলা ?

[ ৰেণুৰে চকুৰ বান্ধ মেলি মাকৰ ওচৰলৈ যায় আৰু অহল্যাৰ চকুৰ বান্ধ লেহেতীয়াই মেলি দিয়ে ]

ৰেণু—আই ! আই ! কি কৰিলা ! মোৰ কি গতি কৰিলা আই !

[ মাকৰ ভৰিত পৰি কান্দে ]

অহল্যা—তোক কাটিলোঁ বুলিয়েই নিশ্চিন্তে নিজৰ বুকুতো হেংদান বহুৱাব পাৰিলোঁ। তোক দেওঘৰৰ দেৱতাই ৰক্ষা কৰিলে ৰেণু। মোৰ সময় চাপি আহিছে ৰেণু! কিন্তু বৰ দুঃখ তোৰ একো কৰি যাব নোৱাৰিলোঁ !

লেহে—ঈশ্বৰে আপোনাৰ কন্যাক ৰক্ষা কৰিব মহাৰাণী ! আপুনি নিশ্চিন্ত হওক আই ! মোৰ দেহত এটোপো তেজ থাকে মানে আপোনাৰ কন্যাক ৰক্ষা কৰিম। আশীৰ্ব্বাদ কৰক আই !

অহল্যা—চকুৰে এন্ধাৰ দেখিছোঁ। কিন্তু তথাপি অনুমান হৈছে তুমি আহোম।

লেহে—হয় আই। মই সামান্য এটি আহোম সেনা !

অহল্যা—প্ৰবঞ্চক ! মৰণতো মোক প্ৰবঞ্চনা কৰিবলৈ আহিছ ! ৰেণু ! আত্মহত্যা কৰ ! আহোম সাপ ! আহোম ৰাক্ষস ! আহোমক বিশ্বাস নকৰিবি ! আত্মহত্যা কৰ !

লেহে—আই। আই ! আহোমোতো মানুহ ! মই আহোম সঁচা, কিন্তু মানুহ ! ওপৰত সৰ্ব্বশক্তিমান ঈশ্বৰ তলত আপুনি জননী আছে, আপোনাক আগতলৈ আপোনাৰ পবিত্ৰ দেহ চুই, এই তৰোৱাল চুই, শপথ খাইছোঁ মই

প্ৰতাৰক নহয়! মোক বিশ্বাস কৰক আই! আপোনাৰ কন্যাৰ আশ্ৰয় ভাৰ মোক দিয়ক—আশীৰ্ব্বাদ কৰক।

অহল্যা—বিশ্বাস কৰিলোঁ। কিন্তু, তোমাৰ ওপৰত মোৰ কন্যাৰ আশ্ৰয় ভাৰ দিয়াৰ আগতে এটা কথাত মোক প্ৰতিশ্ৰুতি দিব লাগিব, পাৰিবা?

লেহে—আজ্ঞা কৰক।

অহল্যা—মোৰ অন্তিমৰ অনুৰোধ! মোৰ যি এনেকুৱা অৱস্থা কৰিলে তাৰো এনেকুৱা অৱস্থা কৰিব লাগিব! প্ৰতিশোধ! প্ৰতিশোধ! পাৰিবা? কোৱা, পাৰিবা?

লেহে—বৰ ডাঙৰ সমস্যা!

অহল্যা—ৰেণু! আত্মহত্যা কৰ! আত্মহত্যা কৰ!

লেহে—মই প্ৰতিজ্ঞা কৰিছোঁ আই পাৰিম। মোৰ প্ৰথম কৰ্ত্তব্য আপোনাৰ কন্যাক ৰক্ষা কৰা—দ্বিতীয় প্ৰতিশোধ।

অহল্যা—নিশ্চিন্ত হলোঁ। এইবাৰ নিশ্চিন্তে মৰিব পাৰিম ৰেণু! আই মোৰ! তোৰ অশ্ৰয়দাতা ঈশ্বৰে হাততে মিলাই দিলে। মনত ৰাখিবি আই মোৰ! যিমান দিন জীয়াই থাকিবি জীৱনৰ প্ৰধান কৰ্ত্তব্য পিতৃহন্তাৰ প্ৰতিশোধ! প্ৰতিশোধ! মোৰ আৰু সময় নাই। সেনানী! আশীৰ্ব্বাদ কৰিছোঁ তোমাৰ ব্ৰতত কৃতকাৰ্য্য হোৱা! ৰেণু! আই মোৰ! আহিলোঁ—কৰ্ত্তব্য—নে পা হ ৰি বি—প্ৰ—তি—শো—ধ—পি—তৃ—হ—ন্—তা—ৰ—প্ৰ— তি—শো-ধ—স্বা—মী—

[ মৃত্যু ]

ৰেণু—আই—আই—মোক এৰি কলৈ গলা আই! মোৰ কি গতি কৰিলা! আই—আই!

[ মাকৰ বুকুত মুখ লুকুৱাই কান্দে ]

লেহে—কি নিকৰুণ! উস্ এনে অৱস্থাও মানুহৰ হয়!

—পট পৰে।—

---

## দ্বিতীয় দৃশ্য

[ খেণলুং বুঢ়া গোহাঞীৰ ভিতৰ কোঠা—বুঢ়া গোহাঞী অকলে ইফাল সিফাল কৰি থাকে। ]

খেণলুং—ৰজাক বিশ্বাস কৰাতকৈ সাপক বিশ্বাস কৰিবা! আজি তিনকুড়ি বছৰীয়া বুঢ়া হলোঁ। সংসাৰৰ ৰীতি নীতি কত দেখিলোঁ কত শুনিলোঁ! কিমান অত্যাচাৰ কিমান অবিচাৰ দেখিলোঁ! নিজৰ বুদ্ধিৰ বলেৰে মূৰৰ ওপৰৰ কিমান আসন্ন বিপদ ধুমুহাই ক'লামেঘ আঁতৰোৱা দি আঁতৰালোঁ। তাৰ সীমা সংখ্যা নাই! এজনা এজনাকৈ চাৰিজনা স্বৰ্গদেওৰ চাউল খালোঁ। চুচেন্‌ফা দুৰ্ব্বল শান্তিপ্ৰিয়, বৃদ্ধ বয়সত মোৰেই হাতৰ পুতলা—মোৰেই বুদ্ধিত শান্তিৰে মৰিব

পাৰিলে তাৰ পিছত চুহাণ্ফা, দুৰ্ব্বল কামুক অত্যাচাৰী ৰজা! কন্যা বেচি শান্তি কিনিছিল! মোৰ এই কঠোৰ হাতেৰে ৰাজ্যৰ গুৰি নধৰা হলে কছাৰী আৰু টঙচু নগাৰ অত্যাচাৰত আহোম ৰাজ্য ছাৰখাৰ হ'লহেতেন! মোৰেই ইচ্ছাত লান্‌তকুন্‌বানৰ হাতত অত্যাচাৰী ৰজাৰ শেষ হ'ল! দেশৰ মঙ্গলৰ হকে গুপ্তহত্যাৰো প্ৰশ্ৰয় লব লাগে! তাৰ পিছত চুপিম্ফা, সেই দুৰ্ব্বল অত্যাচাৰী বাপেকৰ নিষ্ঠুৰ অত্যাচাৰী লৰা! দুদিনতে অত্যাচাৰত দেশ বিদ্ৰোহী হৈ উঠিল! কত নিৰপৰাধ পৰিয়াল শূলত দণ্ডিত হ'ল! কত হাবিয়ে বননীয়ে পলাই নিৰুদ্দেশ হ'ল, কতই ঘাতকৰ কুঠাৰৰ আঘাতত প্ৰাণ দিলে তাৰ সীমা সংখ্যা নাই। আহাহা! মনত পৰিলেও চকুপানী ওলায়! সাতমাহ গৰ্ভৱতী নিজৰে মা'দৈ—মিছা সন্দেহত নগাক দিলে। অত্যাচাৰৰ প্ৰতিশোধ হাতে হাতে পালে। দুদিনতে আততায়ীৰ হাতত প্ৰাণ গ'ল, ৰাজ্যত শান্তি বিস্তাৰ হ'ল! আৰু এতিয়া চুহুম্মুঙ্গ! তোমাৰ মূৰৰ ওপৰেদিও এটা দুটাকৈ তিনটা ধুমুহা পাৰ হৈছে। আইতনীয়া, পানীনৰা, ছুটীয়া, এই তিনিখন ভীষণ ৰণত কোনোমতে গা সাৰি মূৰ ডাঙিছা। তাকো এই বৃদ্ধৰ বুদ্ধিৰ বলত। এই স্থবীৰ হাতেৰে অস্ত্ৰ নধৰা হলে এই আহোম ৰাজ্য ইমানদিনে ছুটীয়া ৰাজ্য ভুক্ত হ'লহেতেন!

মোৰ স্বাৰ্থ কি? মোক ৰাজ্য নেলাগে! ধন নেলাগে! সম্পদ নেলাগে! কিয় মিছাতে ইমান বয়সতো ইমান কষ্ট কৰি মৰোঁ। ৰাজনীতি ক্ষেত্ৰত ন্যায়মতে সকলোকে সন্তুষ্ট

ৰাখি কাম কৰা অসম্ভব! ৰাজনীতি কূটনীতি—ইয়াত ৰজা সন্তুষ্ট হলে প্ৰজা অসন্তুষ্ট—আৰু প্ৰজা সন্তুষ্ট হলে ৰজা অসন্তুষ্ট! দুয়ো পক্ষ বজাই ৰাখি কাম কৰিব লাগে। পদে পদে নিজৰ মূৰৰ ওপৰত খৰ্গ পৰিবৰ আশঙ্কা! এনে কৰ্ত্তব্য অতি ভীষণ অতি কঠোৰ! তথাপি আজি ইমান দিন তাৰেই চৰ্চ্চাত দেহা পাত কৰিছোঁ! একো লিপ্সা নাই একো তৃষ্ণা নাই! এক মাত্ৰ প্ৰাণৰ বাঞ্চা মোৰ—আহোম মই আহোম নামৰ সাৰ্থকতা কৰোঁ—আহোমৰ হিত কৰোঁ—আহোম কীৰ্ত্তি পৃথিবীত চিৰস্থায়ী কৰোঁ—আহোম ৰাজ্য অসমত নিগাজী কৰোঁ। আহোম প্ৰতাপ পৃথিবীত অক্ষুণ্ণ কৰোঁ!

মোৰ সেই আশা ফলবতী হবনে? মোৰ অবিহনে কোনে মোৰ কান্ধৰ ভাৰ লব! যদি কোনোবাই পাৰে এই ভাৰ লব পাৰিব চাওফ্ৰাচেংমূং বৰগোহাঞী ডাঙৰীয়াই। ছুটীয়াৰ যুদ্ধত বুদ্ধিমত্তাৰ পৰিচয় পাইছোঁ। কাছিতাৰাৰ কূটনীতিৰ আগত ঠাৱৰি ৰণজয় কৰাটোৱেই যথেষ্ট বুদ্ধিৰ পৰিচয়।

[ বেৰত আঁৰিথোৱা এখন সাচিপতীয়া নক্সা উলিয়ায় ]

মই যেতিয়া বুঢ়াগোহাঞী হওঁ আহোম ৰাজ্য এই কণ! কোছ, কছাৰী, নগা, আইতনীয়া, ছুটীয়াৰ উপদ্ৰবত আহোম নাম পৃথিবীৰ পৰা লুপ্ত হওঁ হওঁ অৱস্থাত। আজি একুড়ি ওঁঠৰ বছৰৰ ভিতৰত এই ৰাজ্য ইমান বিস্তৃত! ফুৰা! তাৰা! আলম! তোমালোকৰ উদ্দেশ্যে শত শত প্ৰণাম! বৃদ্ধৰ উদ্দেশ্য সিদ্ধ কৰিছা যদি মনোবাঞ্চাও পূৰ্ণ কৰিবা! চুকাফাৰ

নাম চুকাফাৰ কীৰ্ত্তি যেন লুপ্ত নহয়! আহোম নাম যেন পৃথিবীত চিৰস্থায়ী হয়!

[ চিন্তাযুত ভাবে লাহে লাহে ওলাই যায় ]

—পট পৰে।—

---

## তৃতীয় দৃশ্য

[ ৰজাৰ হাউলিৰ ভিতৰৰ বাগিছাত হেলা আৰু লিগিৰিবিলাক। লিগিৰিবিলাকৰ কোনোৱে হেলাক ফুল পিন্ধায় কোনোৱে মালা পিন্ধায় আৰু বেঢ়ি লই গীত গায় ]

থুপি থুপি তৰাবছা ওৰণী গুচাই—জোনেবাই
কি দিলি বিলাই!
থুপি থুপি জাতি জুতি থুপি থুপি জাঁই—জোনেবাই
মোহ গ'ল তোকে চাই!

[ এজনী লিগিৰিয়ে হেলাৰ মূৰৰ ওৰণী গুচাই দিয়ে ]

হেলা—মোক তইঁতে বলিয়া কৰিবি!

১ম লিগিৰি—বলিয়া আমি কি কৰিম! কৰা জনে কৰিলে!

হেলা—তইঁতৰ পৰা উপায় নাই! মই গুচি যাওঁগৈ যা, তইঁতেই থাক্।

২য় লিঃ—যাবতো আইচুদেউতা! আমাৰ গুৰিত থাকি ভাল লাগিলেহে হৈছে। যাৰ গুৰিত থাকি ভাল লাগে তলৈহে যাব।

হেলা—তইঁতক মই কেনিও বলে নোৱাৰোঁ।

১ম লি—আইচু দেউতা তেনেই নিশকতীয়া হ'ল। বল এটাইখিনি কোঁৱৰেই হৰিলে!

হেলা—যাঃ এইজনী!

১ম লিঃ—আহইঁত যাওঁগৈ। আমি থাকিলে আইচু দেউতাৰ ভাল নেলাগে। কোঁৱৰক পঠিয়াই দিওঁগৈ।

[ লিগিৰিহঁত যাব খোজে ]

হেলা—নেযাবি—নেযাবি-ৰবি!

২য় লিঃ—আকৌ বোলে যা, আকৌ বোলে নেযাবি—আমিনো কোনটো কৰিম। অ' ভালেই হৈছে, সোৱা কোঁৱৰ এই পিনে আহিছেই। এতিয়া আমি যাওঁগৈ আহ!

[ লিগিৰিহঁত লুকায় আৰু চুক্লেন কোঁৱৰৰ প্ৰবেশ ]

চুক্লেন—হেলা! তুমি ইয়াত অকলে আছা! মই যে ইমানপৰ তোমাকে গোটেই খনত বিচাৰি ফুৰিছোঁ!

হেলা—অকলে থকা নাই লিগিৰিহঁতো আছিল, আপুনি অহা দেখি গুচি গ'ল!

চুক্লেন—ভাল হ'ল। সিহঁততো সকলো সময়তে তোমাৰ লগত থাকে—আৰু মই যে তোমাক দিনটো দেখিবলৈকে নেপাঁও হেলা!

[ লিগিৰিহঁতে ভিতৰৰ পৰা গায় ]

লাজুকী কুঁৱৰীৰ তনু ৰাই জাই
ৰূপালী কাচলি পাই—জোনেবাই
ৰূপালী কাচলি পাই।

চুক্লেন—সিহঁত যোৱা নাই হেলা, ওচৰতে লুকাই আছে। সিহঁতেও তোমাক বৰ ভাল পায় হেলা! এখন্তকো চকুৰ আঁতৰ হব নিদিয়ে। আৰু নেপাবই নো কিয়—তুমি যেনেকুৱা সুন্দৰী কাৰ ভাল পাবৰ মন নেযাব!

[ লিগিৰিহঁতে আকৌ ভিতৰৰ পৰা গায় ]

সাধোঁ ঐ সমাধি তোৰে ৰূপ কাচলিত
মৰি জনম পাই—জোনেবাই
মৰি জনম পাই।

চুক্লেন—সিহঁতে তোমাক এনেকৈ জোকায়েই ৰং পায়। ৰবা হেলা, মই সিহঁতক ইয়ালৈকে মাতি আনো, ইয়াতে সিহঁতে গাওকহি।

[ চুক্লেনৰ প্ৰস্থান আৰু লিগিৰিবিলাককলৈ পুনঃ প্ৰবেশ। হেলা আৰু চুক্লেন কোঁৱৰক বেঢ়িলৈ লিগিৰিহঁতৰ গীত। ]

থুপি থুপি তৰাবছা ওৰণী গুচাই—জোনেবাই
কি দিলি বিলাই!
ইত্যাদি।

—পট পৰে।—

## চতুৰ্থ দৃশ্য

[ নগা পৰ্ব্বতৰ নামনি। এখন জুবিৰ দাঁতিত এটি সৰু পঁজা ঘৰ। চাঙৰ ওপৰত মৃত্যুশয্যাত নগা কুঁৱৰী। ওচৰতে চেংলুং আৰু খুণবাও। ]

চেংলুং—এটোপা পানী খাবা আই!

নগাকুঁৱৰী—পানী আৰু নেলাগে বাছা। মোৰ আৰু বেছিপৰ নাই। অলপ চাপি আহ বাছা।

[ ভিঙিৰ হাৰ সোলোকাই চেংলুঙক পিন্ধাই দি সাবটি ধৰি মূৰত চুমা খায়। ]

ইমান দিন তোক কোৱা নাই বাছা। কোৱা নাই জানোছা কিবা কৰি পেলায়।

চেংলুং—কি কোৱা নাই আই!

নঃ কুঃ—কোৱা নাই যে তই নগা নহয়। খুণবাও তোৰ জন্মদাতা পিতা নহয়!

চেংলুং—তেন্তে!

নঃ কুঃ—তই ৰাজপুত্ৰ বাছা! মই অভাগীৰ কপাল দোষত আজি তই দৰিদ্ৰ পৰ্ব্বতীয়া নগা।

চেংলুং—তেন্তেকি নগাইঁতে তোমাক বন্দী কৰি আনিছিল আই? ইমান দিন তেন্তে এই মহাশত্ৰুইঁতক আপোন বিশ্বাস কৰি আছোঁ। ইমান দিন তুমি কিয় কোৱা নাই আই! অসভ্য বৰ্ব্বৰ এই নগাইঁতে—

নঃ কুঃ—গালি নেপাৰিবি বাছা। অসভ্য হলেও নগাইহে সভ্য! বৰ্ব্বৰ হলেও নগাৰেহে ধৰ্ম্মজ্ঞান আছে। মোক নগাই বন্দী কৰি অনা নাই বাছা। নগাই মোক ৰাজৰাণীত কৈও সুখত হে ৰাখিছিল। মোৰ কাৰণে সিহঁতে আহোমৰ লগত ৰণ দিবলৈ ওলাইছিল।

খুণবাও—দেউতা, তুৰ ইমান কতা কেলে কইছে। তুৰ বেমাৰ বিচি অব। তুৰ নকবি আমাৰ কপ।

নঃ কুঃ—খুণবাও, কথা আৰু কি ক'ম। কবলৈ শেষহে আছিল। মই আৰু যাওঁ খুণবাও! ইমান দিনৰ তোৰ মৰমৰ ধাৰ সুজিব নোৱাৰিলোঁ। পাৰোঁ যদি সি জন্মত সুজিম।

খুণবাও—অঃ তুৰ কি দাৰ আছে অ দেউতা। তুকে অলে আমাৰ কিমান বাল পায়। তুৰ তুক পালে আমাৰ কানিব অমান তুক পায়। তুৰ চেংলুং পালে আমাৰ কিমান বাল পায়। তাৰ আবি কলে আমাৰ পিচে পিচে যায়। য়েইদিন তাৰ পালে পৰকি পাব যাইছে আমাৰ মনে মনে দেকি তাকিছে। ইমান ডানৰ বাকৃ তাকে অলে দৰিব চুপিছে, আমাৰ দেকি পাই জাতি লকতে তাকে তাতে পুতিছে! তাকে আমাৰ কিমান বাল পায়!

নঃ কুঃ—মই গলেও চেংলুঙক ইমান মৰম কৰিবিনে খুণবাও! এই দৰেই ভাল পাবিনে?

খুণবাও—অঃ কিয় নাপাম! য়েই দিন তুৰ তাকা নাই!

নঃ কুঃ—নাই থকা। এতিয়াৰ পৰা যে একেবাৰেই নেথাকোঁ খুণবাও।

খুণবাও—ক'ত যাপি দেউতা? আমাৰ অলে তুকে ক'তে যাপ নিদিয়ে!

নঃ কুঃ—ৰাখিব পাৰিবি খুণবাও! ইতো আহোমৰ ৰাজ্য নহয় যে মোক যাব নিদিয়াকৈ ৰাখিবি। ইযে তই মই কোনেও নেদেখা ৰাজ্য—যলৈ গলে কোনো উভটি নাহে।

খুণবাও—অঃ—

চেংলুং—আই! ইমান কথা কৈ যে তোমাৰ উশাহ লোৱাত কষ্ট হৈছে। কথা নকবা আই!

নঃ কুঃ—আজি কুড়ি বছৰে ইয়াতকৈ বেছি কষ্ট ভুগিছোঁ বাছা! যিদিনা তোৰ পিতাৰে মোক খেদি দিয়ে!

চেংলুং—(উচপ্ খাই) খেদি দিয়ে!

নঃ কুঃ—খেদি দিয়ে।

চেংলুং—অপৰাধ! তোমাৰ অপৰাধ আই!

নঃ কুঃ—অপৰাধ! [ কান্দি ] সন্দেহ! এই খুণবাওলৈ মোৰ আসক্তি বুলি সন্দেহ! বাছা মোৰ! পুত্ৰ মোৰ! ক বাছা যদি তোৰো সন্দেহ আছে!

চেংলুং—আই! আই! [ দাঁত কামুৰি তল মুৰ কৰে ]

নঃ কুঃ—এই ভয়তে ইমান দিন তোক কোৱা নাই বাছা, জানোছা তোৰো এই অভাগী মাকৰ ওপৰত সন্দেহ হয়। তেতিয়া যে মোৰ মৰণতো সুখ নোহোৱা হব। ক বাছা যদি সন্দেহ—

চেংলুং—আই, আই মোৰ জিভা খহি যাব। সেই কথা ভবাৰ আগেয়ে মোৰ মূৰত বজ্ৰাঘাত হব।

নঃ কুঃ—সেই দিনা তই মোৰ জঠৰত! সাত মাহ তোক ধাৰণ কৰিছোঁ! পৰ্ব্বতীয়া নগা নামিছিল! জীৱনত সেই দিনাই প্ৰথম নগা দেখিছিলোঁ! এবাৰ সোধা নাই (কান্দে) চুলিত ধৰি আনি এই খুণবাওক গতাই দিয়ে।

চেংলুং—পিতা—পিতা! আই! আই! কোন সি ৰাক্ষস! তাক হত্যা কৰোঁতা নোলালনে?

নঃ কুঃ—মহা পাপ! তেনে কথা উচ্চাৰণ কৰিব নেপায় বাছা! ৰাক্ষস হলেও সেয়ে তোৰ পিতা!

চেংলুং—আততায়ী অত্যাচাৰীক বধ কৰিলে একো পাপ নহয় আই! পিতা হলেও সি ৰাক্ষস সি আততায়ী! কোৱা আই কোন সেই ৰাক্ষস! ক'ত সি পিশাচ?

নঃ কুঃ—ক'ম। তাৰ আগেয়ে শুন বাছা মোৰ কি হ'ল! হয়তো আৰু কবৰ সুযোগ নেপাম।

চেংলুং—কোৱা—কোৱা আই। তাৰ পিছত।

নঃ কুঃ—তাৰ পিছত মনত পৰে মূৰ ঘূৰাই পৰি গলোঁ। যেতিয়া চেতনা হয়, দেখোঁ এই পঁজাৰ ভিতৰত মাটিত শুই আছোঁ। আজি কুড়ি বছৰ এই পঁজাৰ তলত। ৰৰ গছৰ আশ্ৰয়ত থকাদি আজি কুড়ি বছৰ খুণবাওৰ আশ্ৰয়ত থাকি তোক ইমানটো কৰি তুলিছোঁ। ঘৰৰ মূধেদি জুৰি বৈ গৈছে সিও খুণবাওৰ অনুগ্ৰহত। তাৰ পিছত! তই তেতিয়া কেচুৱা! লুকু তেতিয়া হোৱা নাই। লুকুৰ বায়েকে তোক

কোলালৈ তোৰ কিমান আমনি সহি তোক ডাঙৰ কৰিছিল! আহা! বেচেৰীৰ কথা মনত পৰিলে বুকু ফাটি যাব খোজে! লুকুৰ মাক মৰা আজি চৈধ্য বছৰ, লুকুৰ বয়সো আজি চৈধ্য বছৰ। বেচেৰিয়ে লুকুকথৈ এই সংসাৰ এৰি গুচি গ'ল! লুকু হোৱাৰ বছেৰেকৰ আগতে লুকুৰ বায়েকক এদিন সৌ ঘাটতে সাপে খুটিয়ালে। খুণবাৱে কত বেজ আনিলে কত দৰব দিলে—বেচেৰী আৰু ভাল নহল! জীয়েকৰ সন্তাপ মাকেও বেছি দিন সহিব নেলাগিল! তেতিয়াৰে পৰা আমাৰ এই সংসাৰ খনিত খুণবাও, মই, তই আৰু লুকু—এই চাইটা প্ৰাণী। লুকু কলৈ গ'ল? লুকু! লুকু!

খুণবাও—লুকু তই কাবলে মাত্ আনিব যাইছে। ইতিয়া আয়িব। তুৰ বেমাৰ উৱা দেকি লুকু কিমান চুক পাইছে! তাৰ কিমান মনে মনে কানিছে। দেউতা তুই উনকালে বাল্ অ'!

নঃ কুঃ—মই আৰু ভাল নহওঁ খুণবাও! লুকুক আৰু চেংলুঙক তোক গতালোঁ! লুকু!

[ হাতত কেটামান মাছলৈ লুকুৰ প্ৰবেশ ]

লুকু—দেউতা! তই মুকে মাতিছ!

নঃ কুঃ—মাতিছোঁ আই! তই ওচৰত থাকিলে যে মই সকলো দুখ পাহৰি থাকোঁ।

লুকু—মই তই কাবলে মাত্ আনিব যাইছে দেউতা! তই কালি কোৱা নাই পৰয়ি কোৱা নাই তাৰ আকৃদিন্ কোৱা নাই! নেকাই তাকি কেনে বাল অপি দেউতা!

নঃ কুঃ—মই আৰু খাবো নোৱাৰোঁ। লুকু! লুকু, মোৰ ওচৰলৈ আহ।

[ লুকুক ওচৰ চপাই লৈ ডিঙিৰ এধাৰ হাৰ সোলোকাই লুকুক পিন্ধাই দি মূৰত চুমা খায় ]

মই যে যামগৈ লুকু! মই গলে তোৰ কাকাটিক মৰম কৰিবি লুকু ?

লুকু—তুৰ কুচি কলে মই কেনে তাকিম দেউতা!

[ কান্দে ]

নঃ কুঃ—নেকান্দিবি লুকু! মই গলেগৈও তোৰ কাকাটি থাকিব—তোৰ বুবু থাকিব!

লুকু—তই বাল অবি দেউতা!

চেংলুং—আই! মোৰ পিতা!

নঃ কুঃ—তোৰ পিতাৰ স্বৰ্গদেও চুপিমফা!

খুণবাও—আক' তাৰ নাম কৰিছ দেউতা। ইয়ে তুৰ ইমান দুক দিছে।

চেংলুং—চুপিমফা! ৰাক্ষস পিতা মোৰ! বুবু! তাক তই কাটিব নোৱাৰিলি! যি মোৰ আইক ইমান দুক দিলে! ওৰে জীৱন তিল তিলকৈ পুৰি মাৰিলে!

খুণবাও—অঃ, তাকে কাটিবনু কি কতা আছিলে! আমাৰ আটাই পৰ্বত নকাকিনি কোট কৰিছিলে—অঅম লকতে ৰণ দিলে অয়—দেউতা পালে আক্ দিলে—কিমান কানিলে! য়েইদেকিন্ আমাৰ আটাই নকা কেদি দিলে। দেউতা কতাকিনি আমাৰ পেলাপ মুৰাৱে। তাকে অলে

আমাৰ দেও অমান মানি আছে। তাৰ পালে পৰ্পত লৈ নিপ কুজিছে—আমাৰ আটাই মাহু দেউতা পালে আনি দিছে নয়! ইঅঁতি আটাই পালে দেও নিলে ইতিয়া লুকুয়ে অকল তাকিছে। লুকু দেউতা পালে কিমান মৰম পায়! তুৰ পালেও লুকু কুব মৰম পায় চেংলুং! দেউতা পালে আমাৰ ইমান দিন কাত্ আত্ দিয়া নাই নয়! অঅম পালে তাৰ কেদি দিয়া দিনতে তাত পৰা আমাৰ ওৰা পুকি আনিছে! ইয়াতে তৈছে। য়েই দিন এ আমাৰ নোৱাবে দেকি দেউতা কাতে চুই পাইছে। য়েই দেকি আমাৰ পাপ অইছে—আমাৰ ছুকি পালে আপ্ কাইছে আমাৰ গৰমাণ্ দেও নিছে।

চেংলুং—বুবু। এতিয়া তইঁতৰ নগাই মোক সহায় কৰিবনে? মই আহোমৰ লগত ৰণ দিম। যি ৰাক্ষসে মোৰ আইৰ এনে দুৰ্গতি কৰিছে তাক তিলতিলকৈ কাটি মোৰ আইৰ এই যন্ত্ৰণাৰ প্ৰতিশোধ লম।

নঃ কুঁৱৰী—বাছা মোৰ তেনে কথা মুখতো নানিবি! মহাপাপ হব!

চেংলুং—মহাপাপ! পাপীক শাস্তি দিলে মহাপাপ! ই আকৌ ক'ৰ বিধান আই। বুবু?

খুণবাও—চেংলুং! তুৰ লকতে দেউতা লকতে আটাই পৰ্পত নকা মৰিপ আয়িব! আটাই মাহু ৰণ দিব। ইতিয়া আৰু য়েই ৰণ নালাকে চেংলুং! তাৰ পালে তুৰ যিমান কং চেংলুং আমাৰ ইমান কং! ইমান দিন কাৰ পালে কোৱা নাই!

দেউতা পালে মন ছুক অব বাৰি কোৱা নাই। কিমান দিন ক'ম্ ক'ম্ এই বাবি পেটত লুকাই ৰাকিছে। আজি ছুব কং দেকি পাইছে! আজি ক'ম্! দেউতা পালে কেদি দিয়া ৰজাটোকে কাটিব না পায় আমাৰ কিমান দিন 'ওৱা নাই কোৱা নাই—একু নাই! দেউতা পালে জানি পালে কিয়ানি কং অব কিয়ানি বেজাৰ অব য়েই দেকি এদিন মনে মনে তাকে কাটিম বুলি যাইছে! তাতে উনি পালে কোলমাল! আমাৰ কাটিব নেলাকিলে চেংলুং, তাকে তাৰ মন্ত্ৰী পালে বিকয়া পালে কাটি তলে।

নঃ কুঃ—উস্—কি কলি খুণবাও! স্বৰ্গদেও নাই! উস্ স্বা—মী—গু—ৰু চৰণ—তল—ত—ঠা—ই দি—বা—(মৃত্যু)

চেংলুং—আই! আই।

[ মাকৰ ভৰিৰ মাজত মুখ লুকাই কান্দে ]

লুকু—দেউতা—দেউতা!

[ নগাকুঁৱৰীৰ গাত পৰি কান্দে ]

খুণবাও—অঃ আমাৰয়ে দেউতা পালে মাৰিলে! দেউতা বাল আছিলে—আমাৰ এই কতা নকলে দেউতা বাল তাকিলে অয়! চেংলুং! চেংলুং! অউ জাতি ল! মুৰ বুকুতে বউৱা—দে—দে দেউতা পালে আমাৰএ মাৰিছে। উ— কি কৰিলে আমাৰ কি কৰিলে।

[ বুকুত ভুকুৱাই কান্দে ]

চেংলুং—আই! অভাগিনী আই মোৰ! গলা! ৰাক্ষস স্বামীতো ইমান ভক্তি তোমাৰ আই! পিতা! পিতা-

পত্নীঘাতী অবিচাৰী—অত্যাচাৰী দানৱ পিতা মোৰ! যতে আছা ত'বে পৰা এবাৰ চাই যোৱাহি তোমাৰ নির্য্যাতীতা অত্যাচাৰ পিড়ীতা—পত্নীৰ পতিভক্তি! [কান্দে] উস্! আই মোৰ! নহয়—কান্দিলে নহয় চকুলো টুকিলে নহয়—এবাৰ দেখুৱাম! দেখুৱাম জগতবাসীক—অবিবেকী—অত্যাচাৰী পিতাৰ কীৰ্ত্তি! দেখুৱাম পিতাৰ অবিবেকী কাৰ্য্যৰ অনুমোদন-কাৰীহঁতক সিহঁতৰ অত্যাচাৰৰ পৰিণাম! যি জাতিৰ ইমান অবিচাৰ নিৰপৰাধীৰ ওপৰত এনে অত্যাচাৰ—নাৰী জাতিৰ প্ৰতি এনে নৃশংস ব্যৱহাৰ—ধ্বংস হব, সেই জাতি অচিৰে ধ্বংস হব! যাম! বুবু! মই যাম!

খুণবাও—কত্ যাপি চেংলুং!

চেংলুং—আইকলৈ এবাৰ আহোমৰ ৰাজসভালৈ যাম!

খুণবাও—দেউতা পালে লৈ নিবি! আমাৰ যাম চেংলুং!

চেংলুং—তই যাব নেলাগে বুবু! লুকু কেনেকৈ অকলে থাকিব!

লুকু—আমাৰ যাম কাকাটি!

চেংলুং—তই কেনেকৈ যাবি লুকু! বহুত্ দূৰ বাট!

লুকু—তুৰ যাপ পাৰিব কাকাটি আমাৰ পাৰিব। তুৰ কুচি কলে—দেউতা পালে লৈ নিলে আমাৰ কেনে তাকিম কাকাটি! আমাৰ পালে নিবি কাকাটি আমাৰ যাব!

চেংলুং—তই নেলাগে যাব সোণটি! বুবু থাকিব—তয়ো থাকিবি। মই আইক লৈ যাম। আকৌ সোনকালে ঘূৰি আহিম।

খুণবাও—তুৰ অকল্ অকল্ কেনে যাবি চেংলুং তুৰ বউত দুক্ পাবি। আমাৰ যাব—লুকু যাব আটাই লক্ লক্ যাম চেংলুং!

চেংলুং—নালাগে বুবু, মই অকলে যাব পাৰিম। মোক লগ নেলাগে। আইৰ কাৰণে তই ইমান দুক কৰিছ; অলপ যদি মোৰ দুক হয় হওক। লুকুক নিলে বৰ দুক পাব। তই থাক বুবু, তেতিয়া লুকুক এৰি যাব পাৰিম।

খুণবাও—দেউতা কলে তুৰ কলৈকৈ আমাৰ কেনে তাকিম্ চেংলুং! উ! কেনে তাকিম চেংলুং? [ কান্দে ]

লুকু—তুৰ কানিলে কাকাটিও কানে বুবু! নাকানিবি বুবু! কাকাটি নাকানিবি!

চেংলুং—[ চকুপানী মছি ] নেকান্দো সোণটি। তই বুবুক চাবি। মই সোনকালে আহিমগৈ লুকু!

লুকু—ওণকালে আয়িপি কাকাটি?

চেংলুং—সোনকালে আহিম সোণটি। মই যে তোক এৰি সৰহ দিন থাকিব নোৱাৰোঁ।

খুণবাও—লুকু! মুৰ ইঙ্গা আন্! মই তুৰ কাকাটি লক্ যাব নকা দিম।

চেংলুং—নেলাগে বুবু! মই অকলে যাব পাৰিম।

[ মাকক ডিঙিত একতীয়াকৈ তুলি লয় ]

যাওঁ লুকু! যাওঁ বুবু! লুকু মোৰ জাঠি!

[ লুকুৱে চেংলুঙক জাঠি আৰু বাপেকক শিঙা আনি দিয়েহি ]

খুণবাও—অঃ চেংলুং ! চেংলুং ! নয় যা চেংলুং ! দেউতা ! আজি আক' তুৰ ববি চুঁও দেউতা !

[ খুণবাও লুকু দুয়ো নগাকুঁৱৰীৰ ভৰি চুই সেৱা কৰে ]

[ চেংলুং মাককলৈ গুচি যায়। খুণবাও আৰু লুকুৱে বহুত পৰ চাই থাকে। খুণবাৱে শিঙাত ফুঁদিয়ে আৰু কেটামান নগাৰ প্ৰবেশ ]

চেংলুং অঅম্ অবা যাইছে ! দেউতা পালে লৈনিছে তঁঅতি লক্ আটাই নকাকিনি ইতিয়া ওলাবি—চেংলুং লক্ লক্ বৈয়াম যাবি। তঁঅতি অআ কতা তাৰ লক্ যুৱা কতা তাৰ উনি পাব নালাকে। লক্ লক্ যাবি দেকি তাকিবি তাব একু তুক অপ নিদিবি। অঅম পালে যতি তাৰ কিবা তুক দিয়ে দেকিপি—অঅম লকতে ৰণ দিপি। মুকে কপৰ্ দিপি। যা ইতিয়া যাবি—চেংলুং কিয়ানি বউ দূৰ কলে।

[ নগাবোৰৰ প্ৰস্থান ]

লুকু ! কানিছ ! নাকানিবি লুকু তই কানিলে চেংলুং কিয়ানি বাটতে তুক পাব ! নাকানিবি !

লুকু—নাকান্থ বুবু ! কাকাটি ওণকাল আয়িব বুবু ? অঅম গৰ—কিমান দূৰ তাকিছে বুবু ?

খুণবাও—দূৰ অলে আছে লুকু ! তেও তাৰ অলে ওণকালে আয়িব।

—আঁৰ কাপোৰ—

———

## পঞ্চম দৃশ্য

### লেহেতীয়াৰ ঘৰ।

[ ৰেণুকাই তৰোৱাল ঘূৰোৱা অভ্যাস কৰি থাকে। তাৰ পিছত তৰোৱাল আৰি থৈ গীত গায় ]

দিনে দিন দিনে দিন সাৰে বেলা।
মিছা মোৰ আশা খেলা—
মৰোঁ যেন আই বজ্ৰ হাণি
সাধনাৰ মোৰ হলে গ্লানি
যদি তোমাৰ মৰণ বাণী
নমৰি-নমৰি-নমৰি-কৰোঁ হেলা!

[ গীত চলি থাকোঁতেই লাহে লাহে লেহেতীয়াৰ প্ৰবেশ ]

লেহে—কি দুখত এনে বেজাৰ লগা গীত গাব আই! কিয় গাব? তোৰ এনেকুৱা গীত শুনিলে মোৰ যে নিজৰ কলিজা নিজে কামুৰি খাবৰ ইচ্ছা হয়! এনেহে লাগে যেন শিলত মূৰ আফালি মৰোঁ।

ৰেণু—তেন্তে আজিৰ পৰা এনে গীত আৰু নেগাওঁ ককাই। কেতিয়াবা মন বেয়া লাগিলে যদি গাৱোঁ তেন্তে তোমাক শুনাই নেগাওঁ।

লেহে—নহয় গাবি আই। মোক শুনায়ে গাবি। মোক তোৰ এনেকুৱা গীতে মোৰ কৰ্ত্তব্যলৈ উদগণি দিব। মোৰ আচল কৰ্ত্তব্যলৈ যদি ভুলতে কেতিয়াবা আওহেলা হয়, তেন্তে তোৰ গীতে মোক সোঁৱৰাই দিব। তোৰ অন্তৰত যি দুখ আই, তাৰ শতগুণ দুখ মোৰ এই কলিজাত।

আজিও যে জীয়াই আছোঁ। হয়তো তোৰ এই মুখখনি চাই আৰু তোৰ মাকৰ সেই অন্তিমৰ আজ্ঞা আখাৰ পালন কৰিবলৈ।

ৰেণু—তোমাৰ কি ইমান দুখ ককাই? মোৰ বৰ বেজাৰ লাগে যে মোক লৈয়েহে তোমাৰ যত দুখ। মই নোহোৱা হলে তুমি য'তে ত'তে যেনে ভাবে মন যায় অকলসৰে ফুৰিলাহেতেন। একো চিন্তা নেথাকিলহেতেন।

লেহে—তোৰ কাৰণে দুখ আই! তোৰ কাৰণে মই যে স্বৰ্গ সুখ পাই আছোঁ। তোৰ মুখ চাই মই বুকুৰ যি পোৰণি সহি আছোঁ তই কি বুজিবি আই? তোৰ মুখকে চাই আজিও এই ৰাক্ষসহঁতৰ চাকৰি কৰোঁ। এমুঠি পেটৰ ভাতৰ কাৰণে আজিও ৰাক্ষসৰ ঘৰৰ লিগিৰা। কি বুজিবি আই, কি জুই এই বুকুত দিনে নিশাই জ্বলিব লাগিছে।

ৰেণু—তোমাৰ কি ইমান দুখ মোক কিয় ইমান দিনে কোৱা নাই ককাই? মই কিজানি তাৰ অলপমানো তোমাক পাহৰাই ৰাকিব পাৰিলোঁহেতেন।

লেহে—বহুত পাহৰাই ৰাখিছ আই। তোক এতেদিনে কোৱা নাই জানোছা তয়ো ভাগৰ ভাগী হবি। তোৰ দুখ পাতলাওঁ চাবি কিজানি বঢ়াওঁ এই আশঙ্কাতে তোক কোৱা নাই ৰেণু! আই মোৰ, ইহঁত ৰাক্ষস। উস্! কবলৈকো বুকু ফাটি যাব খোজে। একেটা লৰা—মোৰ ককাইৰ—সকতে মাউৰা সি—তুলি লৈছিলোঁ—নিজৰ পেটৰ পোৱালিটিৰ—দৰে। সিয়েই আছিল মোৰ পো, মোৰ বুকুৰ কলিজা।

পূৰ্ণিমাৰ জোন যেন মোৰ বোপাই! ইমান দিনে তোৰ দৰে এখানি প্ৰতিমা—মই বোৱাৰী পালোঁহেতেন। তেতিয়া মোৰ বোপায়ে কাছুটি পিন্ধিছে মাথোন! উস্! মোৰ তেনে লৰা—মোৰ বুকুৰ কলিজা আজুৰি চিঙি লৈগৈ জীয়াই জীয়াই মৈদামত পুতি থলে। বজাৰ কোঁৱৰ মৰিল—লগত উমলিবলৈ মোৰ বোপাইক লিগিৰা দিলে। এনেকুৱা ৰাক্ষস ইহঁত! তথাপি সিহঁতৰে যেনি তেনি জয় জয় ময় ময়। মোক যি বেজাৰ ৰাক্ষসহঁতে দিলে তেনে বেজাৰ যেন সিহঁতেও পায়। তাৰে চেগ্ বিচাৰি ফুৰিছোঁ আজি সোতৰ বছৰ। সেই বাঞ্চা দুগুণে বাঢ়িল সেইদিনা—যিদিনা তোক দহ ·বছৰীয়া এখুদমান ছোৱালী ৰাক্ষসৰ অত্যাচাৰ সহিব নোৱাৰি নিজৰ মাৰে কাটিবলৈ দা ডাঙি লৈছিল। তোৰ মাৰৰ মৰিবৰ সময়ৰ সেই আজ্ঞাকে সাৰোগত কৰি আজিও এই দেহ ৰাখিছোঁ। সেই দিনাৰ পৰাও চাওঁতে চাওঁতে পাঁচ বছৰ উকলি গ'ল। এখুদমান ছোৱালী তই এতিয়া গাভৰু হলিহি। মই কিন্তু একো কৰিব নোৱাৰিলোঁ। যেনি গৈছোঁ য'তে চেষ্টা কৰিছোঁ ব্যৰ্থ হৈছোঁ। কোছ, কছাৰী, জয়ন্তী, আইতনীয়া, পানীনৰা এটাইৰে ওচৰলৈ গলোঁ, এটাইকে আহোমৰ নিষ্ঠুৰ অত্যাচাৰৰ কথা কলোঁ,—এটাইকে আহোমৰ ভিতৰুৱাল অৱস্থাৰ কথা কৈ আক্ৰমণ কৰিলে সকলো ৰকমৰ সহায় দিম বুলি প্ৰতিজ্ঞা কৰিলোঁ। কোনেও আহোমৰ লগত যুঁজিবলৈ সাহ নকৰিলে। এতিয়া কি কৰোঁ।

ৰেণু—মই এটা উপায় দেখিছোঁ ককাই।

লেহে—উপায়। কি উপায় আই?

ৰেণু—মোক ৰজাৰ কাৰেঙত লিগিৰি সুমাই দিয়া ককাই; তাৰ পিছত চাই থাকা মই কি কৰোঁ।

লেহে—কাৰেঙৰ লিগিৰি! কেচা সোণ মোৰ, তোক মই জিয়া জুইত পেলাই দিম। এনে কথা সপোনতো নেভাবিবি আই। সিহঁতৰ কাৰেং! তাত ছাগে বাঘে একে ঘাটে পানী খায়। তোৰ এই সোণৰ প্ৰতিমা সিহঁতৰ চকুত পৰিলে—

ৰেণু—মোকো তাকে লাগে ককাই। মই সিহঁতৰ কাৰেঙত সোণ-গুঁই সোমাম। তিল তিলকৈ ৰজা ৰাজ-কোঁৱৰ সকলো ভস্ম কৰিম।

লেহে—কিন্তু—

ৰেণু—ইয়াত কিন্তু নাই ককাই। তুমি ভাবিছা মোৰ এই ৰূপ যৌৱনৰ কথা। তাৰ অস্ত্ৰ মোৰ আছে ককাই।

( হাতৰ হীৰাৰ আঙঠি আৰু ককালৰ কটাৰী দেখুৱায় )

যদি আইৰ অন্তিমৰ এআষাৰ কথা ৰাখিব নোৱাৰোঁ মোৰ এই ৰূপ এই যৌৱনেই বা কিয়? এই ৰূপ—এই যৌৱনেই মোৰ অস্ত্ৰ ককাই! ইয়াৰ সহায়েৰেই মই মোৰ পিতৃহত্যা মাতৃহত্যাৰ প্ৰতিশোধ লম। মোক লিগিৰি সুমাই দিয়া ককাই! বাহিৰত তুমি সহায় থাকিবা। ভিতৰত থাকি মোৰ কাম মই কৰি থাকিম।

লেহে—পাৰিবি?

ৰেণু—পাৰিম।

লেহে—যদি প্ৰলোভনত পৰি কৰ্ত্তব্য পাহৰি যাৱ!

ৰেণু—ৰাক্ষসীৰ তৃষ্ণা—দানবীৰ হিংসা—পিশাচীৰ ক্ৰোধ-প্ৰেতিনীৰ অন্তৰৰ আবৰ্জ্জনাৰে মোৰ অন্তৰ পৰিপূৰ্ণ, মোৰ লক্ষ্য এক! পিতৃহত্যা মাতৃহত্যাৰ প্ৰতিশোধ! বিলাসিতাৰ প্ৰলোভনে মোক কেতিয়াও কৰ্ত্তব্য পাহৰাব নোৱাৰে।

লেহে—বেছ কথা। যদি পাৰ মই তোক বাধা নিদিওঁ আই, বৰং সকলো পিনে সহায় কৰিম। কাৰেঙৰ আন আন লিগিৰিৰ দৰে তই বহুতীয়া হব নেলাগে। তই মোৰ তোলনীয়া জী বুলি পৰিচয় দিবি। দিনটোত তোক মই এবাৰ যেনে তেনে লগ পাব লাগিব। কেতিয়াবা হয়তো তোৰ কামত মই সহায় হব পাৰিম আৰু কেতিয়াবা মোকো তই কোনো কামত সহায় কৰিব পাৰিবি। ময়ো এটা শেষ চেষ্টা কৰি চাওঁ। ৰঙামাটিৰ নৱাবৰ ওচৰলৈ গৈ এবাৰ কান্দি কাটি চাওঁগৈ। যদি নৱাবক ঘূৰাব পাৰোঁ, আমাৰ কাৰ্য্য নিশ্চয় সিদ্ধ হব। ভাবিছিলোঁ তোকো লই যাম। হয়তো তোক দেখি তোৰ দুখৰ বিৱৰণ শুনিলে নৱাবৰ মন কোমল হলেও হব পাৰে। যদি কৃতকাৰ্য্য হওঁ তেতিয়া কাৰেঙত থাকি তয়ো আমাক যথেষ্ট সহায় কৰিব পাৰিবি। ৰঙামাটিৰ পৰা ঘূৰি আহিও তোক লিগিৰি সুমাই দিবহি পাৰিম।

ৰেণু—তেনে সেয়ে ভাল ককাই। যাব লাগিব কেতিয়া?

লেহে—আজি ৰাতিয়েই। দিখৌত চম্বানাও বন্ধা

আছে ভটিয়নী পানীত কাঁড় যোৱাদি যাব। তিন দিনত ৰঙামাটি পামগৈ। তেন্তে সাজু হ বেগ—মই আহোঁ।

[ দুয়োৰে প্ৰস্থান ]

—পটপৰে—

---

## ষষ্ঠ দৃশ্য

[ দিখৌ পাৰৰ পথাৰ। এজাক গৰখীয়া লৰা ]

গীত

মাঘি—ধৰ ধৰ কলীয়া কলৈ পলায় !

পালিবোৰে—ধৰ ধৰ···

মাঘি—( এই ) নধৰিবি নধৰিবি ৰেধাৰ কেনাই।

পালি—নধৰিবি—

মাঘি—হেন শুনি জাম্বৱন্ত—

পালি—ধৰ ধৰ কলীয়া

মাঘি—বেঙেনা বাৰী সোমালন্ত—

পালি—ধৰ ধৰ কলীয়া—

মাঘি—( এই ) কলিয়ে কুলাই চিঙিলন্ত গছক ভিড়াই।

পালি—নধৰিবি নধৰিবি ৰেধাৰ কেনাই—ধৰ ধৰ কলীয়া কলৈ পলায়।

মাঘি—( এই ) একে পাট চৰে বালী—

পালি—ধৰ ধৰ কলীয়া—

মাঘি—( এই) ঘৰামুটি খাই পৰিলন্ত—

পালি—ধৰ ধৰ কলীয়া—

মাঘি—( এই ) আকাশত মাৰিলন্ত গলত চেপি ধৰি—

পালি—নধৰিবি নধৰিবি ৰেধাৰ কেনাই—ধৰ ধৰ কলীয়া কলৈ পলায়।

মাঘি—নেৰায়ণ ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম—

পালি—নেৰায়ণ ঔ হৰি

মাঘি—প্ৰথমে প্ৰণামো ব্ৰহ্মা ৰূপিসনাতন
কৃষ্ণৰ চৰিত্ৰ ইটো শুনা সৰ্ব্বজন—নেৰায়ণ

পালি—ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম।

মাঘি—একদিনা ভীমে খৰি লুৰিবাক গৈলা
কদম্বৰ পৰা হাঁসি কৃষ্ণে বস্ত্ৰ দিলা—নেৰায়ণ

পালি—ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম।

মাঘি—শুদ্ধে মেৰাই পদ্মগোট ওপৰক তুলি
ইন্দ্ৰক থাপিলা ছলে বলীক নিকালি—নেৰায়ণ

পালি—ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম।

মাঘি—হেনকালে আসিলেক ঋষি একজন
ভামে বোলে কৈক যাস কোথেৰ দুৰ্জ্জন—নেৰায়ণ

পালি—ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম।

মাঘি—আহিনত সাত লাগে ভৰ বাৰিষাৰ
কাতিত জানিবা তিথি মহা পুৰুষৰ—নেৰায়ণ

পালি—ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম।

মাঘি—কলি কালে মতা মাইকী হুইবা একমতি
তেবেসে সিজিব জানা হৰিত ভকতি।—নেৰায়ণ

পালি—ঔ হৰি ঔ হৰি গোবিন্দাই ৰাম।

মাঘি—হঁা হৰি এহে—

পালি—হাঁ হৰি এহে—
মাঘি—এক দুই তিনি চাৰি,
পালি—হাঁ হৰি এ হে
মাঘি—ডাকি বোলা হৰি হৰি।
পালি—হাঁ হৰি এহে—
মাঘি—ঔ হৰি ঔ ৰাম জয়।

মেমেৰা—হেৰ' পাই মাঘি। তই আৰু গায়েনেই হলি। তোৰ নাম দিয়া 'পাই বাটৰ মানুহেও ৰ লাগি শুনি যায়।

মাঘি—ঈশ্বৰৰ নাম কোনেনো শুনি বেয়া পাব। পিছে যেনিবা তালজোৰ হব লাগে ভাল গা উঠি আহে নহয়। চাওঁ হেৰ মেমেৰা, নাম দি ভাগৰ লাগিল ঐ বোপাই কৰবাত তামোল চালি আছিলনে চাচোন ?

মেমেৰা—জানো কাতিয়াৰ জোলোঙাত আছেনে নাই ? আছে নে অ' কাতিয়া ?

কাতিয়া—থাকিব পায় হবলা চাওঁচোন ৰ। পিছে গোটেই মাখে হাত নেমেলিবি—

[ টোপোলা মেলে ]

মাঘি—দে পাই দে ধৰ্ম্ম হব তেও।

শলিয়া—আমিনো কি শালৰ মাজত শিঙি সোমালোঁ। ঐ আমিনো ভাগ পাব নেপাওঁনে ?

মেমেৰা—হোঁ, পাই হোঁ, দুয়ো ভাগ বাটি খাওঁ। এশ ঋষিয়ে তিলটোকে বাটি খাইছিল !

কাতিয়া—শলিয়া অ, ঢোলটোত সেই নেউল নাচৰ চেওটো মাৰচোন। গাটো মোৰ তিনি নাচ কৰি আহে বোপাই। মাৰ চোন মাৰ।

শলিয়া—নাচইঁত আকৌ তেহে মাৰিবলৈ ভাল।

[ শলিয়াই ঢোলত নেউলনাচৰ চেও মাৰে গৰখীয়া বোৰে নাচে ]

মেমেৰা—হেৰ আজি নগাবোৰ নামিছে। চাবলৈ নেযাব নে ?

মাঘি—কিনো চাবি ঐ। যিহে সিহঁতৰ গাৰ ভেলেকা ভেলেক্ গোন্ধ্। মই যে ওচৰ সীমায়েই যাব নোৱাৰোঁ।

কাতিয়া—অত নগাবোৰ কিয় নামিছে কব পাৰনে মেমেৰা ? পকৰাৰ লানি লগাদি অত নগা কিয় নামিছে কবই নোৱাৰি।

মেমেৰা—বল ইঁত দে সোনকালে গৰু মেলি সিহঁতকে চাওঁগৈচোন ব'ল।

মাঘি—বলইঁক বাৰু।

[ সকলোৱে প্ৰস্থান ]

—পট পৰে—

---

## সপ্তম দৃশ্য

### আহোম ৰাজসভা

[ স্বৰ্গদেও চুহুম্মুং সিংহাসনত বহি থাকে। তুজনী লিগিৰিয়ে চোঁৱৰেৰে বিছি থাকে। সমুখত শৰাই, পিকদান। সিংহাসনৰ দুফালে দুটা গা-চোৱা। সোঁৱে বোঁৱে বুঢ়া গোহাঞী, বৰগোহাঞী, সন্ধাল গোহাঞী, বৰবৰুৱা, বিষয়া, সভাসদ সকল কোনো বহি কোনো আঁঠুলৈ থাকে ]

চুহুম্মুং—ডাঙৰীয়া সকল! আপোনাসকলৰ অনুগ্ৰহতে, বিশেষ কৈ বহুদৰ্শী বুঢ়া গোহাঞী ডাগৰীয়াৰ অনুগ্ৰহতে আজিৰ আহোম ৰাজ্য ইমান বিস্তীৰ্ণ আৰু আজি এই ৰাজ্য ইমান নিষ্কণ্টক! প্ৰজাবিলাক শান্তিত!

সকলোৱে—সজ! সজ!

চুহু—আপোনাসকলৰ প্ৰাণপাত পৰিশ্ৰমৰ ফলতে মই আজি নিৰ্ব্বিবাদে এই সিংহাসন অধিকাৰ কৰি বহি আছোঁ। বিচক্ষণ বুঢ়া গোহাঞী ডাঙৰীয়াৰ বুদ্ধিৰ বলতেই আজি আহোমৰ চিৰশত্ৰু পৰাক্ৰমী চুটীয়া ৰাজ্য আহোমৰ পদানত। দৰা চলতে এআৰাৰ কথা সোধোঁ বৰবৰুৱা, সদিয়াখোৱা গোঁহাই দেৱে কেনেৰূপে ত'ৰ কাৰ্য্যকলাপ চলাইছে? কৰ কাটল ঠিক নিৰিখ মতে জোগান দৰ পাৰিছেনে?

বৰবৰুৱা—পাৰিছে স্বৰ্গদেও ঈশ্বৰ। সদিয়াখোৱা গোঁহাই দেওৰ কাৰ্য্য অতি সুচাৰুৰূপে চলিছে।

চুহু—আইতনীয়া, পানীনৰা আৰু টঙ্গচু মগাইঁতেও কৰ কাটল নিৰিখ মতে জোগান দি আছেনে?

বৰবৰুৱা—কৰ কাটল জোগান দিয়াত কাৰো একো ব্যতিক্ৰম হোৱা নাই স্বৰ্গদেও ঈশ্বৰ।

সকলোৱে—সজ ! সজ !

খেনলুং—স্বৰ্গদেৱে যে এই বৃদ্ধক এনেয়ে বখানিছে। বুঢ়া শৰীৰৰ যি কণ শক্তি আছে স্বৰ্গদেওৰ কাৰণে, মোৰ এই জন্মভূমিৰ কাৰণে উচৰ্গা কৰিব পাৰিলেই মোৰ জীৱন ধন্য। উঠি অহা কৰ্ম্মী ডাঙৰীয়া সকলকহে বখানিব লাগে। সিবিলাকৰ চেষ্টা সিবিলাকৰ উদ্যোগ উদ্যমৰ ওপৰত হে এই আহোম ৰাজ্যৰ ভবিষ্যত নিৰ্ভৰ কৰিছে।

চাওফ্ৰাচেং—বুঢ়া গোহাঞী ডাঙৰীয়াই যি কৈছে অতি সজ। কিন্তু দহো আঙ্গুলীয়ে খায় বুঢ়াই হেঁচুকিলেহে যায় বুলি কথাতে কয়। ডাঙৰীয়াই যদি গঢ়ি পিটি পোণাই পাঁজৰাই নিদিয়ে ডেকাইঁতেনো বাট বুলে কেনেকৈ ?

সলাল গোঁহাই—সজ কৈছে ডাঙৰীয়া। শুৰি ধৰা সকলে দিহা দিব লাগে আমি আগত দাঁড় ধৰিম। যদি স্বৰ্গদেওৰ হকে দেহা দিব লাগে অকাতৰে দিমহঁক।

খেনলুং—এতিয়া ৰাজ্যত চাৰিওপিনে শান্তি। ঈশ্বৰে মকৰক যদি প্ৰয়োজন হয় স্বৰ্গদেওৰ হকে স্বদেশৰ হকে দেহা দিবলৈকো সততে সাজু থকাহে যুগুত।—

সকলোৱে—স্বৰ্গদেওৰ হকে স্বদেশৰ হকে আমি দেহা দিবলৈ প্ৰস্তুত।

খেনলুং—সজ ! সজ ! এতিয়া তাৰ প্ৰয়োজন হোৱা নাই ডাঙৰীয়া সকল ! এতিয়া আমাৰ চাব লাগে কেনেকৈ

এই ৰাজ্যখনি সুপ্রতিষ্ঠিত হয়। কেনেকৈ সহজে আমাক শত্রুয়ে ঠুকিবলৈকে সাহ নেপায়। তালৈ আমাক লাগে ৰাজ্যৰ মাজে মাজে গড়, খাৰৈ, কোঠ ইত্যাদি। স্বৰ্গদেওৰ আজ্ঞা লৈ এতিয়া আমি সকলোৱে সেই বিলাকলৈহে চকু দিব লাগে।

চাওফ্রাচেং—সজ কৈছে। আমাৰ বৰ্ত্তমান কৰ্ত্তব্য সেই বিলাকত চকু দিয়া;—যাতে বাহিৰা শত্রুয়ে আমালৈ সদায় সত্রস্ত হৈ থাকে।

চুহুম্মুং—ডাঙৰীয়া সকল, বুঢ়া গোহাঞী ডাঙৰীয়াৰ সাকগা কথালৈ মন কৰক। তেখেত বহুদৰ্শী—বিচক্ষণ এই আহোম ৰাজ্যৰ গুৰিয়াল। তেখেতৰ কথা আমাৰ দুই কৰিবৰ সাধ্য নাই। শীঘ্রে তেখেতৰ কথা কাৰ্য্যত লগাবলৈ সকলোৱে উদ্যোগ কৰক।

[ কান্ধত মাকৰ মৰাশলৈ চেংলুঙৰ প্রবেশ ]

সকলোৱে—ইকি ক'ৰ এইটো নগা? ইমান সাহ তাৰ একেবাৰেই ৰাজসভাৰ মাজত ওলাইছেহি!

বৰবৰুৱা—বলিয়া যেন অনুমান হয়! ... কৈ দে। তুৰন্তে বাজকৈ দে।

চাওফ্রাচেং—আগেয়ে সোধা ভা... ইয়াত কি প্রয়োজন।

বৰবৰুৱা—ডাগৰ নগাৰ আকৌ ব...ত কি প্রয়োজন হব পাৰে? তুৰন্তে ইয়াক বাজ কৰি দে...হবী।

STATE CENTRAL LIBRARY
Call N...
ASSAM

চেংলুং—কাৰ সাধ্য ! কাৰ সাধ্য মোক প্ৰাণে নমৰাকৈ বাজ কৰি দিয়ে !

সলাল—ইয়াৰ দেখোন বৰ কথা একা ! নিশ্চয় বলিয়া !

চেংলুং—বলিয়া ! বলিয়া তুমি ! অকৃতজ্ঞহঁত ! এই প্ৰবৃত্তি এই বুদ্ধি লৈয়েই বিষয় খাইছা ! বিষয়ৰ মৰ্য্যাদা নষ্ট কৰিছা ! কোনে কব পাৰে কালিলৈ তুমি মোৰ দৰে মোৰ ছুৱাৰত ঠিয় নহবা !

বৰবৰুৱা—উস্ ! ইয়াৰ উদ্ধতালী অমাৰ্জ্জনীয় ।

চুহুম্মুং—ৰবা । ডেকা ! মোৰেই সভাৰ মাজত অযাচিতে সোমাই মোৰেই বিষয়াক তুমি অপমান কৰিছা !

চেংলুং—শুনিছিলোঁ আহোম ৰাজসভাৰ দ্বাৰ অবাৰিত—আজি স্বচক্ষে দেখিলোঁ মিছা কথা—ভাণ মাত্ৰ ! অপমান মই কৰা নাই ৰজা, বিষয়াহঁতে নিজৰ মান ৰাখিব নাজানি অপমান বোধ কৰিছে ।

খেনলুং—[ স্বগতঃ ] অতি বিতোপন চেহেৰা ! একেবাৰে ৰাজশ্ৰী—যুবক কোনোবা নগাৰ কোঁৱৰ বুলি অনুমান হয় ।

চুহুম্মুং—তুমি স্বীকাৰ নকৰিব পাৰা ডেকা, কিন্তু তুমি গুৰুতৰ অপৰাধত অপৰাধী !

চেংলুং—অপৰাধী ! মই হত্যা কৰি অহা নাই ! ৰজা তোমাৰ ৰাজ্য কাঢ়ি নিবলৈ অহা নাই ! কাৰবাৰ কিবা অপহৰণ কৰি পলাই অহা নাই ! কিবা ভিক্ষা কৰিবলৈকো অহা নাই । আহিছোঁ কিন্তু ভিক্ষাৰীৰ দৰে—এক দানবৰ এক নিৰপৰাধ অবলাৰ ওপৰত অমানুষিক অত্যাচাৰৰ কাহিনী

শুনাই ৰজা তুমি, তোমাক সতর্ক কৰি দিবলৈ। বিচাৰ প্ৰাৰ্থী হৈ অহা নাই—কোনো দাবী স্বীকাৰ কৰিবলৈ অহা নাই। অহা নাই কাৰো সহানুভূতি বিচাৰি। আহিছিলোঁ এক দেৱী চৰিত্ৰৰ অপাৰ্থিব ইতিহাস কবলৈ যাক শুনিলেও শৰীৰ ৰোমাঞ্চিত হয়। আছিলে এক স্বৰ্গচ্যুতা শাপভ্ৰষ্টা দেৱী। ভাগ্যবিপৰ্য্যয়ত হৈছিল এক নৰৰূপী ৰাক্ষস মনুষ্য আকৃতিত এক দানবৰ অঙ্কশায়িনী। দানবৰ এক খিয়ালত এক মনৰ উত্তেজনাত—সেই দেৱী—এক পদাঘাতত, মানুহৰ আকাঙ্খ্যাৰ শ্ৰেষ্ঠতম সোপানৰ পৰা একেবাৰেই ৰসাতলত। অথচ সেই দেৱীৰ শেষ নিশ্বাস চলাচল হোৱালৈকে সেই দানৱেই এক মাত্ৰ ধ্যান জ্ঞান। মৰণতো সেই দানবকেই ইষ্ট বুলি স্মৰণ কৰিছিল। যি লোক সমাজত এনে পৈশাচিক কাৰ্য্যৰ অভিনয় হয়, সুধিবলৈ আহিছিলোঁ সেই সমাজৰ শুবিধৰা বিলাক মানুহ নে পিশাচ নাই সজীৱ মূৰ্ত্তিত একো একোটা কাঠৰ পুতলা।

এবাৰ সোধা নাই কি প্ৰয়োজন! এবাৰ সোধা নাই ভিখাৰীনে অতিথী—, এনে সমাজত উপস্থিত হৈয়েই যে অপৰাধী নহম সি আৰু কি আচৰিত ?

খেনলুং—[ স্বগতঃ ] যুবক নিশ্চয় কোনোবা ছদ্মবেশী। কি সাহস, একো আৰাৰ কথা কি মৰ্ম্মস্পৰ্শী! সকলো যেন এই ৰাজ্যৰ ৰজা বিৰয়াকে উদ্দেশ্য কৰি কইছে!

চুহুম্মুং—[ স্বগতঃ ] উস্, কি গৌৰৱ ই! তাৰ একো আৰাৰ কথাই বুকুত শেলে বিন্ধাদি বিন্ধিছে। [ প্ৰকাশ্যে ]

তোমাৰ অপৰাধৰ মাত্ৰা তুমি বঢ়াইছে নিছা ডেকা? ক'ত তোমাৰ গা-চোৰা ডেকা? তোমাৰ এই উদ্ধতালিৰ বাবে যদি তোমাক বন্দী কৰোঁ!

চেংলুং—[ হাতৰ জাঠি দেখুৱাই ] এইয়া মোৰ গা-চোৰা ৰজা! কাৰ সাধ্য মোক জীৱন্তে বন্দী কৰে!

চুহুম্মুং—ইমান স্পৰ্দ্ধা এটা ফুকলীয়া নগা লৰাৰ! কোন আছে? প্ৰহৰী! যি জিভাই ইয়াৰ ইমান উদ্ধত বাক্য উচ্চাৰণ কৰে কাঢ়্ কাঢ়্ তাৰ সেই জিভা!

চেংলুং—জিভা মোৰ ৰজা। মোৰ কৰায়ত্ত বুলিয়েই তাক যি উচ্চাৰণ কৰিবলৈ দিওঁ তাকেই ফুকাবে। তুমি কাঢ়োঁ বুলি কাঢ়িবা! সেই ক্ষমতা তোমাৰ নাই ৰজা! ক'ত প্ৰহৰী! আহ চাপি।

[ জাঠি ডাঙে ]

চুহুম্মুং—তুৰন্তে শালত! কোন আছে! বন্দী কৰ! তুৰন্তে শালত!

চেংলুং—ঠিক এনে বিচাৰকে কৰিছিল সেই দানৱেও সেই দেৱী প্ৰতিমাৰ ওপৰত! হয়তো বা তুমি বহি থকা সেই আসনৰে পৰা!

[ মাকৰ মৰাশ মাটিত নমাই জাঠি ডাঙি লয় ]

আই মোৰ! আজি তোমাৰ লাঞ্ছনাৰ তৰ্পণ কৰোঁ! আহ তেনে! আহ চাপি কোনে মোক শালত দিবি? আহ ভীকইত! কোন আছ আহ আগবাঢ়ি! ৰজা মন্ত্ৰী ফুকন বিষয়া এটা এটাকৈ আজি ল'ম গৰাহত! পূৰ্ণাহুতি দিম

আজি জননীৰ লাঞ্চনাৰ! আই মোৰ, য'তে আছা চোৱা ত'ৰে পৰা!

[ বুঢ়া গোঁহায়ে একেঠৰে নগাকুঁৱৰীৰ শৰ ফালে চাই থাকে ]

চুহুম্মুং—মই কি কিছুমান শিয়ালৰ মাজত আছোঁনেকি? ইয়াত কি পুৰুষ কোনো নাই এই নৰাধমক হত্যা কৰিবলৈ!

[ নিজে তৰোৱাল উলিয়াই খেদি যায়—গা-চোৱা ছুটাই আৰু বৰবৰুৱা বৰগোঁহাই আদিয়েও তৰোৱাল উলিয়াই চেংলুঙক আক্ৰমণ কৰিব গোজোঁতেই বুঢ়া গোঁহাই মাজত সোমাই বাধা দিয়ে ]

খেন্‌লুং—ক্ষান্ত হক স্বৰ্গদেও! ক্ষান্ত হক ডাঙৰীয়া সকল! হয়তো বা আপোনাৰেই সহোদৰ! এবাৰ সৌ ভূমি-শয্যাত শুই থকা দেবী প্ৰতিমাৰ ফালে মন কৰক স্বৰ্গদেও। চাওক স্বৰ্গদেও। চিনিছোঁ! চিনিছোঁ। সেই নাক! সেই মুখ! সেই অনুপম শ্ৰী! আপোনাৰেই নিৰ্ব্বাসিতা জননী স্বৰ্গদেও! আপোনাৰ পিতাৰ আজ্ঞাত নিৰ্ব্বাসিতা নগাকুঁৱৰী।

[ সকলোৱে নগাকুঁৱৰীৰ ফালে ঠৰ হৈ চায় ]

[ স্বগতঃ ] মোৰ অনুমান যথাৰ্থ। নহলে এনে সৎ সাহস সামান্য মানুহত অসম্ভৱ। [ চেংলুঙৰ ফালে চাই ] একে নাক। একে মুখ। অবিকল প্ৰতিকৃতি।

[ প্ৰকাশ্যে ] যুবক, তোমাৰ পিতা!

চেংলুং—পিতৃ পৰিচয় দিবলৈ মাটিত মুখ লুকুৱাবৰ ইচ্ছা হয়। যি মোৰ সৌ দেবী স্বৰূপিনী জননীৰ এনে দুৰ্দ্দশা কৰিছে বিনা দোষত নিৰ্ব্বাসন দি চিৰ জীৱন তিল তিলকৈ

দহি মাৰিছে। পিতা মোৰ সেই জননীৰ ৰাক্ষস স্বামী—চুপিম্‌ফা।

চুহুম্মুং } —চুপিম্‌ফা!
খেন্‌লুং }

চুহুম্মুং—[ চেংলুঙক আকোৱালি ধৰি ] ভাই মোৰ! মনৰ উত্তেজনাত কিবা কলোঁ কিবা কৰিলোঁ। মোৰ অপৰাধ নলবা ভাই!

[ নগাকুঁৱৰীৰ মৰাশৰ ওচৰত বহি ]

অভাগিনী আই মোৰ! তুমি জন্মদাত্ৰী নোহোৱা কিন্তু তোমাৰ স্নেহতে লালিত হৈ তোমাকেই জননী বুলি ভাবিছিলোঁ—। অধম সন্তানৰ অপৰাধ নলবা আই।

খেন্‌লুং—এবাৰ এই বৃদ্ধকো আলিঙ্গন দিয়ক কোঁৱৰ। এই বৃদ্ধৰ শৰীৰ আপোনাৰ পবিত্ৰ পৰশত পবিত্ৰ হওক।

[ চেংলুঙক আলিঙ্গন কৰে ]

সেই অপৰাধৰ দণ্ড তেওঁক ঈশ্বৰে দিলে কোঁৱৰ। নাৰীৰ ওপৰত দুৰ্ব্বলৰ ওপৰত নিৰপৰাধীৰ ওপৰত অত্যাচাৰ ঈশ্বৰে নসহে। আপোনাৰ পিতাৰ এই অখ্যাতি আজিও মাৰ যোৱা নাই। সেই অবিবেচনাৰ পৰিণাম পালে—আততায়ীৰ হাতত প্ৰাণ গ'ল। যিদিনা আপোনাৰ জননী স্বৰ্গগতা কুঁৱৰীক ৰাজ্যৰ পৰা খেদি দিয়ে—আজিও সেই কথা সুঁৱৰিলে বুকু ফাটি যাব খোজে—আপুনি তেতিয়া হোৱা নাই—কুঁৱৰী তেতিয়া সাতমাহ সগৰ্ভা! ৰাজ্যজুৰি সেই দিনা হাঁহাকাৰ ৰে ঘৰে কান্দোনৰ ৰোল।

চেংলুং—অথচ মোৰ আয়ে সেই অত্যাচাৰী পিতাৰে চৰণ খ্যান কৰি দিন নিয়াইছিল। ইমান দিনে জনা নাছিল—যে তেওঁৰ অত্যাচাৰী স্বামীৰ কেতিয়াবাই শেষ হ'ল। যি মুহূৰ্ত্ত সতীকুলৰাণী আয়ে মোৰ তেওঁৰ স্বামীৰ আততায়ীৰ হাতত প্ৰাণ গ'ল বুলি শুনিলে সেই মুহূৰ্ত্তেই এই নশ্বৰ দেহা এৰি নিত্য ধামলৈ গুচি গ'ল। এতেদিনে জানিছিলোঁ নগা মই নাগিনী জননী মোৰ। অন্তিমত আয়ে মাথোন কৈছিল চেংলুং, বাছা মোৰ, তই ৰজাৰ কোঁৱৰ, ভাগ্য বিপৰ্য্যয়ত আজি নগা। সেই দিনাই প্ৰথম শুনিছিলোঁ মাতৃৰ লাঞ্ছনাৰ বিৱৰণ। সেই দিনাই প্ৰতিজ্ঞা কৰিছিলোঁ পিতৃহত্যা কৰি মাতৃ অপমানৰ তৰ্পণ কৰিম। মোৰ কৰ্ত্তব্য আনে কৰিলে। হতভাগ্য মই জীৱনত জননীৰ সেৱাৰ অৱসৰ নেপালোঁ মৰণত বুকু ভৰা অন্তৰ্দ্দাহ লৈ জননীৰ পবিত্ৰ শৱদেহলৈ এবাৰ জগতক দেখুৱাম বুলি ঘৰৰ বাজ ওলালোঁ। যি জাতিত এনেকুৱা অবিবেকী এনেকুৱা অত্যাচাৰী এনেকুৱা দানবৰ জন্ম হয় সেই জাতিৰ পতন অৱশ্যম্ভাবী। সেই জাতিৰ ধ্বংস অনিবাৰ্য্য।

খেনলুং—নকব কোঁৱৰ। সেই জাতিতে আকৌ এনেকুৱা দেবী স্বৰূপিনী সতী কুলৰাণী নাৰীৰো জন্ম। যি দেশত এনে সতী এনে সাধ্বী এনে পতিব্ৰতা নাৰীৰ জন্ম সেই দেশৰ উত্থান অৱশ্যম্ভাবী।

চুহুম্মুং—ভাই! ভাই! আজিৰ পৰা তুমি মোৰ সোঁ বাহু। আহাঁ ভাই জননীৰ উপযুক্ত সংকাৰৰ ব্যৱস্থা কৰোঁগৈ।

চেংলুং—মোক বিদায় দিয়ক, মই যাওঁ। মই নগা—জননী মোৰ নাগিনী। নাগিনী আয়ে মোক চেনেহত মতা নাম চেংলুং। মোৰ সেয়ে গৌৰব। নগা মই—নগাৰ দৰে মোৰ অভাগিনী জননীৰ সংকাৰ কৰিম।

চুহুম্মুং—সিকি ভাই! মোক কিয় জননীৰ সেৱাৰ পৰা বঞ্চিত কৰিব খুজিছা? আজি যে মোৰ পৰম ভাগ্য! লগে লগে মোৰ কুঁৱৰী, মোৰ পাত্ৰ মন্ত্ৰী দা—ডাঙৰীয়া সকলোৰে ভাগ্য। মোৰ আজি বহুদিনৰ সংকল্প সিদ্ধিৰ উপযুক্ত পাত্ৰ হাততে পাইছোঁ। শুনা ভাই—শুনক বিষয়া সকল মোৰ সংকল্প আৰু মোৰ সেই সংকল্পৰ উদগণি দিওঁতা মোৰ দূৰদৰ্শী কুঁৱৰী চাওচিং গাভৰুৰ কথাৰেই শুনক "স্বৰ্গদেও থালি, আৰু উধান তিনটি নহলে থালি নবহে।" আজি সেই তৃতীয় উধানৰ উপযুক্ত পাত্ৰ হাততে মিলিছেহি।

অভিমান এৰা ভাই! উপস্থিত জননীৰ সংকাৰ কাৰ্য্যৰ পিছতেই তোমাৰ অভিষেক উৎসবেই আমাৰ প্ৰধান কৰ্ত্তব্য। আজিৰ পৰা তুমি নগা নোহোৱা—তুমি কণ্‌চেং—মোৰ সোঁ বাহু—বৰপাত্ৰ তোমাৰ বিষয়।

চেংলুং—বিষয়! মোক বিষয় নেলাগে, উচ্চপদ নেলাগে, বিষয় আকাঙ্খাত মই অহা নাই। মই যি চেংলুং—সেই চেংলু—যি নগা—সেই নগাই! আজীবন নগ্ন হৈ প্ৰতি-পালিত হৈছোঁ—বিবেক-বৰ্জ্জিত বনৰ পশুৰ দৰে উলঙ্গভাবে প্ৰকৃতিৰ বুকুত লালিত হৈছোঁ—সভ্যতাৰ পোহৰ মোৰ ন'সব মহাৰাজ। বিষয়ে মোৰ প্ৰকৃতিয়ে দিয়া মনৰ শান্তি কেৰি

কাঢ়ি নিব। নধৰিব মহাৰাজ! বিষয় মোৰ সহ্য নহব। মোক বিদায় দিয়ক, যাওঁ।

[ ফাকৰ মৰা শ আকৌ কান্ধত তুলিব খোজে। ]

চাওফ্ৰাচেং—ৰব কোঁৱৰ। সন্তান অভাজন বা দুৰ্জ্জন হলেও জননীৰ সমান চেনেহ। আপুনি জীৱনত জননীৰ সমস্ত স্নেহৰ অধিকাৰী হৈছে—মৰণত আজি হতভাগ্য সন্তানইতক সেৱাৰ অধিকাৰ দিয়ক কোঁৱৰ।

খেনলুং—এই বৃদ্ধৰ কথা শুনক কোঁৱৰ। আপোনাৰ জননী এই বুঢ়াৰো জননী—।

চুহুম্মুং—অভিমান এৰা ভাই। আঁহা ভাই মোৰ!

[ চেংলুঙক আকোৱালি ধৰে। ]

আজি ঈশ্বৰে হেৰোৱা নিধি হাতত মিলাই দিছে! ভাই মোৰ—আজিৰ পৰা তুমি নগা নোহোৱা তুমি মোৰ সৌ নাগিনী আইৰ হেৰোৱা ধন বুকুৰ ভাই—নগা কোঁৱৰ।

—অঙ্ক পতন—

---

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### মানাহাৰ মুখ

[ ঘাটত এখন নাও। পাৰত লেহেতীয়া আৰু ৰেণুকা। ]

ৰেণু—উদ্দেশ্য সিদ্ধ হবতো ককাই ?

লেহে—কেনেকৈ কম আই।

ৰেণু—সৌৱা কোনোবা এজন আহিছে। আমাৰ ওচৰলৈকে কিজানি আহিছে !

লেহে—আহক, ভাল হয় তেও ৰঙামাটি কিমান দূৰ সুধি লব পাৰিম।

[ ছদ্মবেশী কাছিতাৰাৰ প্ৰবেশ। ]

ডাঙৰীয়া, আমাক এটি বাতৰি দিব পাৰেনে ? ৰঙামাটি ইয়াৰ পৰা কিমান দূৰ ?

কাছিতাৰা—ৰঙামাটি ! ৰঙামাটিত তোমালোকৰ প্ৰয়োজন ?

[ ৰেণুলৈ চায় ]

লেহে—প্ৰয়োজন গোপনীয় !

কাছি—[ ৰেণুলৈ চাই স্বগতঃ ] এই মুখখনি যেন চিনা চিনা !—স্মৰণ নহয় ক'ত দেখিছিলোঁ !—[ প্ৰকাশ্যে ] লগত

আনিছা ধুনীয়া গাভৰু ! সোমাইছাহি পাঠানৰ ৰাজ্য ! প্ৰয়োজন অৱশ্যে গোপনীয় হবই।

লেহে—সেই জনী মোৰ জী ডাঙৰীয়া !

কাছি—তোমাৰ জী ! হলেই বা ! ই পাঠানৰ ৰাজ্য ! ইয়াত বাঘে ছাগে একেঘাটে পানী খায় !

বেণু—পাঠানৰ ৰাজ্যত এনে কিবা বিধান আছেনে কি ডাঙৰীয়া যে পিতাপুত্ৰী—একেলগে ইয়াত সোমাব নোৱাৰে।

কাছি—[ স্বগতঃ ] এই স্বৰ যেন কোনোবা চিৰপৰিচিতৰ কোন এই ৰমণী ? অৱশ্যে পৰিচয় লব লাগিব। [ প্ৰকাশ্যে ] তেনে বিধান নহলেও আছে বুলি ধৰিব লাগিব গাভৰু। মই তোমালোকৰ মঙ্গলৰ অৰ্থেই কৈছোঁ, অপৰিচিত দেশত অপৰিচিত তোমালোক, বিশেষ তোমালোকৰ কোনো ৰখীয়াও বোধ কৰোঁ নাই। এনে অবস্থাৰে তোমালোক মুছলমানৰ ৰাজ্যত সোমোৱাটো মই বৰ মঙ্গলজনক দেখা নাই। ৰঙামাটিত তোমালোকৰ কোনোবা পৰিচিত মানুহ আছেনে কি ?

লেহে—নাই।

কাছি—পৰিচিত মানুহো তাত কোনো নাই। অথচ কি এনে গোপনীয় প্ৰয়োজন লৈ তোমালোক আহিছা ? কাৰ ওচৰত তোমালোকৰ প্ৰয়োজন ?

লেহে—আপোনাৰ পৰিচয় পোৱা হলে আমাৰ প্ৰয়োজনৰ কথা আপোনাক কবলৈ একো বাধা নাছিল। আপোনাৰ কথা বতৰাত আপোনাক বৰ সহৃদয় যেন বুলি বিশ্বাস হৈছে।

কাছি—তেন্তে মোৰ পৰিচয় একৰকম পাইছা বুলিয়েই ধৰাচোন। এতিয়া তোমালোকৰ পৰিচয় দিয়া। তোমালোকৰ নাওখন দেখিয়েই জানিছিলোঁ উজনীয়াল নাও কাজেই কোনোবা অসমীয়া মানুহ। সেই কাৰণেই এই পিনে তোমালোকৰ নাওকে লক্ষ্য কৰি তোমালোকৰ পৰিচয় লবলৈ আহিছিলোঁ।

লেহে—আমি অসমীয়া মানুহ সঁচা। ঘৰ আমাৰ উজনীত।

কাছি—উজনীত? উজনীৰ কোন খিনিত? মই কিছুমান দিন উজনীত আছিলোঁ। তোমাৰ গাওঁ আৰু নাম বা ওচৰ চুবুৰীয়া কোনো ডাঙৰীয়া বিষয়াৰ নাম কলে হয়তো চিনিও পাম।

লেহে—আপুনি উজনীত আছিলে? কিমান দিনৰ আগেয়ে?

কাছি—[ স্বগতঃ ] লোকৰ পৰিচয় লবলৈ গৈ নিজৰহে চিনাকী দি পেলালোঁ নেকি? [ প্ৰকাশ্যে ] মোৰ তাত থকা বহুতদিন হ'ল তুমি চিনি নেপাবা।

লেহে—আপুনি দিন দিয়েক থাকিয়েই মোক চিনিব পাৰিম বুলি ভাবিছে আৰু মই তাৰ বাসীন্দা মানুহহৈ আপোনাক চিনিব নোৱাৰিম নে?

কাছি—কেনেকৈ চিনিবা? মইতো আৰু তাত একে ঠাইতে বহি থকা নাই। আজি অ'ত কালি ত'ত এইদৰে গোটেই খনতে ভ্ৰমি ফুৰিছিলোঁ। বাৰু, তোমাৰ নাম কবলৈ কিবা আপত্তি আছেনে কি?

লেহে—[ স্বগতঃ ] কলোঁৱেই বা মোৰ নাম, এওঁনো মোক কি চিনি পাব। [ প্ৰকাশ্যে ) একো আপত্তি নাই। মোৰ নাম লেহেতীয়া।

কাছি—লেহেতীয়া। এইটো নাম অৰণ্যে শুনা যেন মনে নধৰে। বাৰু, এই ছোৱালীটিৰ নাম ?

লেহে—তাইৰ নাম ৰেণুকা।

কাছি—[ স্বগতঃ ] ৰেণুকা! ৰেণুকা! ইও কি সম্ভব! সেই সৰলা দেবী প্ৰতিমা! মোৰ প্ৰভুকন্যা! সেই নাক! সেই মুখ—সেই শ্ৰী! কিন্তু,—ইও কি সম্ভব! মিছা কথা। ৰজাক শিৰশ্চ্ছেদ কৰি নৰাধমহঁতে ৰজাৰ পৰিয়ালবো যাকে য'তে পালে নিষ্ঠুৰ ভাবে হত্যা কৰিলে। ৰাণী নিৰুদ্দেশ। তেঁও লোকৰ একমাত্ৰ কন্যা ৰেণুকা কেনেকৈ নৰাধমহঁতৰ হাতৰ পৰা ৰক্ষা পৰিল! মোৰ তো সম্পূৰ্ণ বিশ্বাস আছিল ৰজাৰ অৱস্থা ৰাণীৰো হ'ল; আৰু ৰেণুকাকো ৰাক্ষসহঁতে হত্যা কৰিলে, নতুবা উভয়ে আত্মহত্যা কৰিলে। ইমান অনুসন্ধান কৰিও নিষ্ফল হলোঁ। এতিয়া সেই সৰলা প্ৰতিমা চকুৰ আগতে! ইওনো সম্ভব নে ?

লেহে—ডাঙৰীয়া দেখোন নিমাত হ'ল!

কাছি—এটা কথা ভাবিছিলোঁ। ছোৱালিটি তোমাৰ কি হয় বুলিছিলা ? সঁচা কথা কবা। মোলৈ কোনো ভয় নকৰিবা।

লেহে—মোৰে জী ডাঙৰীয়া।

কাছি—মিছা কথা। প্ৰবঞ্চক, ক, তোৰ বন্দিনী।

[ ৰেণুক ] আইদেও, কোনো ভয় নাই,—কোৱা তোমাৰ পিতা কোন ? মোক তোমাৰ উপকাৰী বুলিয়েই জানিবা। কোৱা,— তুমি এই পাষণ্ডৰ হাতত বন্দিনী।

ৰেণু—বন্দিনী ! নহয় ডাঙৰীয়া,—পৃথিবীতে মোৰ এক মাত্র আশ্রয়—একমাত্র আশা ভৰসাৰ স্থল।

কাছি—ইকি প্রহেলিকা! মোক বঞ্চনা নকৰিবা। তোমাৰ পিতা ছুটীয়াৰ মহাৰাজ ধীৰনাৰায়ণ!

ৰেণু—[ আচৰিত হৈ ] আপুনি কোন ডাঙৰীয়া ?

কাছি—পৰিচয় পিছত পাবা। আগেয়ে কোৱা, মোৰ অনুমান সঁচা!

ৰেণু—[ হুমুনিয়া কাঢ়ি ] সঁচা। এই অভাগিনী ছুটীয়াৰ মহাৰাজ ধীৰনাৰায়ণৰ কন্যা। আজিও জীয়াই আছোঁ মোৰ এই আশ্রয়দাতা পিতাৰ অনুগ্রহত! কওক, আপুনি কোন ?

কাছি—আগেয়ে কোৱা কি প্রয়োজনত, লগত কোনো উপযুক্ত ৰক্ষক নোহোৱাকৈ এই দূৰ দেশলৈ আহিছা ? আৰু তোমাৰ মাতৃ মহাৰাণী!

ৰেণু—[ কান্দে ] মাতৃ! মাতৃয়েই মোক মোৰ এই আশ্রয়দাতা পিতাৰ হাতত মৰিবৰ সময়ত গতাই দি যায়! আপুনি যেয়ে হওক, যেতিয়া মোক চিনিছে—মোৰ মাতৃৰ সংবাদ বিচাৰিছে, আপুনি নিশ্চয় মোৰ শুভাকাঙ্খী! ঈশ্বৰেই মোক আজি শুভমুহূর্ত্তত আপোনাৰ লগ পোৱাই দিছে!

[ লেহেতীয়াৰ ফালে চায় ]

লেহে—যদি তই বিশ্বাস কৰিছ শুভাকাঙ্খী বুলি,—ক আই, নিঃসন্দেহে ক আমাৰ ইয়ালৈ অহাৰ প্ৰয়োজনৰ কথা। হয়তো ঈশ্বৰে আমাৰ কাৰ্য্যসিদ্ধিৰ কাৰণেই শুভক্ষণত আমাৰ এজন শুভাকাঙ্খী উপস্থিত কৰি দিছে!

কাছি—মোক মাফ কৰিবা ভাই, নাজানি কটুবাক্য বুলিছিলোঁ; মোৰ অৱস্থাত হয়তো তুমিও বুলিলাহেঁতেন। কোৱা,—আই দেও, তোমালোকৰ ইয়ালৈ অহাৰ প্ৰয়োজন?

বেণু—প্ৰয়োজন জননীৰ অন্তিমৰ অনুৰোধ ৰক্ষা! পিতৃ হত্যা, মাতৃহত্যাৰ প্ৰতিশোধ পূৰোৱা। আত্মহত্যা কৰি মাতৃয়ে মোক পিশাচৰ প্ৰবৃত্তি বুকুতলৈ পিতৃহত্যাৰ প্ৰতিশোধ লবলৈ কৈ গৈছে,—মোক মোৰ পৈশাচিক কাৰ্য্যত সহায় কৰিবলৈ মোৰ আশ্ৰয়দাতাকো প্ৰতিজ্ঞাবদ্ধ কৰাই—গৈছে। আজি ইমান দিন তাৰ চেষ্টাতে ব্যৰ্থমনোৰথ হৈ ঘূৰি ঘূৰি অৱশেষত আহিছোঁ নবাব খছলখাঁৰ—ওচৰলৈ! নবাবৰ সহায়েৰে এবাৰ পিতৃহত্যা মাতৃহত্যাৰ তৰ্পণ কৰিবলৈ—আহোমৰ নিপাত কৰিবলৈ। আপুনি যেয়ে হওক আপুনি এই অভাগিনীৰ শুভাকাঙ্খী! আপুনি আমাক এই কাৰ্য্যত সহায় কৰক—এই বিপদত উদ্ধাৰ কৰক!

কাছি—[ বেণুৰ ভৰি চুই ] প্ৰভুকন্যা মোৰ! মোক ক্ষমা কৰা; মোক বিশ্বাস কৰা, মই তোমাৰ শুভাকাঙ্খী! তোমালোকৰ উদ্দেশ্যই মোৰো উদ্দেশ্য। সেই উদ্দেশ্য সিদ্ধিৰ কাৰণেই এই হীন ছদ্মবেশ ধৰি লোকৰ দুৱাৰে দুৱাৰে

আশ্ৰয় ভিক্ষা কৰি ফুৰিছোঁ। মই তোমাৰ শুভাকাঙ্খী—তোমাৰ বন্ধু আই।

ৰেণু—কোন আপুনি—? আপোনাৰ পৰিচয় সুধিব পাৰোঁনে ?

কাছি—মোৰ পৰিচয়! হয়তো চমকি উঠিবা! মই কাছিতাৰা।

লেহে—কাছিতাৰা! ছুটীয়া ৰাজ্যৰ বিচক্ষণ মন্ত্ৰী কাছিতাৰা! যাৰ নামত আহোম কছাৰী ত্ৰস্তমান আছিল! যাৰ কটামূৰৰ কাৰণে সহস্ৰমুদ্ৰা, ৰাজ অমাত্যৰ বিষয়—ঘোষিত হৈছিল!

কাছি—ময়ে সেই কাছিতাৰা, মহাৰাজ ধীৰনাৰায়ণৰ মন্ত্ৰী—।

ৰেণু—[ কাছিতাৰাৰ ভৰিত পৰে ] পিতাৰ হিতাকাঙ্খী আপুনি—মোৰো পিতা।

কাছি—[ তুলি ধৰে ] আই মোৰ! প্ৰভুকন্যা মোৰ! অকৃতজ্ঞ মই আজি এই অৱস্থাত। ৰাজকুমাৰীক পথৰ ভিক্ষাৰী—দেখিবলৈকো জীয়াই আছোঁ। মহাৰাণীৰ কিমান অনুসন্ধান কৰিলোঁ—হাবিয়ে বননীয়ে কত বিচাৰিলোঁ ক'তো সন্ধান নেপালোঁ! ভাবিলোঁ হয়তো আত্মহত্যা কৰিলে। তাৰ পিছত পিশাচৰ প্ৰবৃত্তি লৈ প্ৰতিহিংসা চৰিতাৰ্থ কৰিবৰ অৰ্থে দেশে বিদেশে ঘূৰি ঘূৰি আজি এই হীন ছদ্মবেশ ধৰি মুছলমানৰ দাসত্ব কৰোঁ।

ৰেণু—তেনেহলেকি মোৰ পিতৃহত্যাৰ প্ৰতিশোধৰ কোনো উপায় নাই! শুনিছিলোঁ কাছিতাৰা মন্ত্ৰীৰ কটামূৰ আক

মোৰ স্বৰ্গীয় পিতাৰ কটামূৰ আহোমে চৰাই দেও মন্দিৰৰ দুৱাৰ দলিত মানুহে আহোঁতে যাওঁতে গছকি আছিবলৈ পুতি থৈছে।

কাছি—ঠিক শুনিছিলা আই মোৰ! কিন্তু সেই কাছি-তাৰা—কোন জানানে? আহা কবলৈকো বুকু ফাটি যাব খোজে—প্ৰভুভক্ত শিষ্য মোৰ—মোৰ বিশ্বস্ত অনুচৰ জীৱন দাতা বন্ধু মোৰ, ৰঘু। ৰঘুৱে মোৰ ৰাজমন্ত্ৰীৰ পৰিচ্ছদ পিন্ধি নিজে কাছিতাৰা সাজি মোক তাৰ নিজৰ পৰিচ্ছদ পিন্ধাই পলুৱাই জীৱন ৰক্ষা কৰালে। আৰু মোৰ কাৰণে—তাৰ অকৃতজ্ঞ প্ৰভুৰ কাৰণে—নিজৰ প্ৰাণ বলি দিলে। আজিও তাৰ মূৰ তোমাৰ স্বৰ্গীয় পিতাৰ কটামূৰে সৈতে হয়তো চৰাই দেও মন্দিৰৰ খটখটিৰ তলত পোতা আছে! আই মোৰ, কাছিতাৰা মৰা নাই! আজিও তাৰ প্ৰভুহত্যাৰ প্ৰতিশোধ লবলৈ জীয়াই আছে। পাঠানৰ দাসত্ব কৰিছোঁ বুলি আই মোৰ, আশঙ্কা কৰিছা মোৰ প্ৰতিহিংসা তৃষ্ণা মৰি গৈছে। দাসত্ব কৰিছোঁ সেই উদ্দেশ্য সিদ্ধিৰ কাৰণে। সামান্য সৈনিক হৈ সোমাই আজি কাছিতাৰা পাঠানৰ সেনাপতি। পৰিচিত বঙাল সেনাপতি বুলি।

লেহে—পাঠানৰ সেনাপতি। তেনেহলেতো আমাৰ কাৰ্য্যসিদ্ধিৰ পথত একো বাধা নাই—বেণু!

কাছি—আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ নবাবক নিমন্ত্ৰণ কৰাটোৱেই তো তোমালোকৰ উদ্দেশ্য—! সেই উদ্দেশ্যলৈয়েই কাছিতাৰাই—ইমানদিন পাঠানৰ দাসত্ব

কৰিছে। সেই উদ্দেশ্য সিদ্ধিৰ কাৰণেই নবাবৰ আজ্ঞামতে কামৰূপ অধিপতি ৰজা বিশ্বসিংহৰ ওচৰলৈ আহিছিলোঁ। বাটতে তোমালোকৰ লগত সাক্ষাত। আই মোৰ, ইমান দিন কূট ৰাজনীতি চৰ্চ্চা কৰি যি কাৰ্য্য সিদ্ধিৰ কাৰণে অত যত্ন কৰিও কৃতকাৰ্য্য হব পৰা নাই—সামান্য ৰমণী হৈ তুমি সেই কাৰ্য্য সিদ্ধিৰ কাৰণে যি অসম সাহসৰ পৰিচয় দিছা সেয়ে কাছিতাৰাৰ পক্ষে ডাঙৰ উদগণি। যোগাগৈ আই। নবাবৰ ওচৰলৈ যাবৰ কোনো প্ৰয়োজন নাই—ময়ে সেই যজ্ঞ আৰম্ভ কৰিছোঁ অচিৰে পূৰ্ণাহুতি দিম। তুমি তোমাৰ আশ্ৰয় দাতাৰে সৈতে তাত থাকি যিমান দূৰ পাৰা কাৰ্য্য সিদ্ধিৰ চেষ্টাত থাকাগৈ। মই ইয়াত যিথিনি পাৰোঁ কৰি থাকোঁ। কামৰূপৰ পৰা ঘূৰি আহি—অচিৰে সৈন্য সামন্ত লই সৌমাৰ আক্ৰমণ কৰিবলৈ যে যাত্ৰা কৰা হব ই নিশ্চয়, ফলাফল ঈশ্বৰৰ হাতত। সময়ত দেখা হব আই। আজি ৰাতিয়েই তোমালোকেও তোমালোকৰ নাও মেলি দিয়া—আমিও আজি ৰাতিয়েই যাত্ৰা কৰিম।

লেহে—মোৰ দায় দোষ নধৰিব ডাঙৰীয়া—ঈশ্বৰে কি শুভ ক্ষণত আপোনাৰ দৰে এজন হিতাকাঙ্খী মিলাই দিলে!

কাছি—একো দোষ নাই ভাই! তুমি মোৰ প্ৰভুকন্যাৰ আশ্ৰয়দাতা মোৰ শ্ৰদ্ধাৰ পাত্ৰ। আমাৰ কাৰ্য্য নিশ্চয় অচিৰে সিদ্ধ হব। একে ব্ৰতৰ উদ্যোগী আমি—আমালোক বন্ধু! সময়ত দেখা হব বন্ধু। তোমালোকে ভাত আয়োজন কৰাগৈ

মই ইয়াত আয়োজন কৰোঁ। আহোমৰ ভিতৰুৱাল যোগাৰ যন্ত্ৰৰ সকলো বাতৰি যাতে আমি সময়মতে পাওঁ তাৰ চেষ্টা কৰিবা। আমাৰ যাত্ৰা নিশ্চয়। খুব সম্ভৱ আমি প্ৰথমে গৈ কালিয়াবৰৰ ওচৰতে ছাউনি পাতিম।

বেণু—আহোমৰ ভিতৰুৱাল অৱস্থা জানিবৰ কাৰণেই আৰু আমাৰ যজ্ঞৰ পূৰ্ণাহুতি দিবৰ কাৰণেই মই আহোমৰ কাৰেঙত লিগিৰি সোমাবৰ দিহা কৰিছোঁ। এবাৰ সোমাব পাৰিলে যি দাবানল জ্বলাম তাক বৰুণে নিজেও নুমাব নোৱাৰিব।

কাছি—ৰাজকন্যা হৈ লিগিৰি! ভাবিলেও চকুপানী ওলায়। বাধা নিদিওঁ আই। তোমাৰ ইচ্ছা পূৰ্ণ হওক। এতিয়া বিদায় আই! সময়ত যেন দেখা হয়। এতিয়া আহোঁহে। সোনকালে নাও মেলিবৰ দিহা কৰা বন্ধু!

[ প্ৰস্থান ]

লেহে—ঈশ্বৰে চকুমেলি চাইছে বেণু! এইবাৰ আৰু শঙ্কা নাই। নিশ্চয় তোৰ আশা পূৰ্ণ হব।

[ দুয়ো নাৱত উঠে গৈ ]

—পট পৰে।—

---

## দ্বিতীয় দৃশ্য

[ চাওফ্রাচেংমুং বৰ গোঁহাঞীৰ মাৰল। মুহিলা আৰু মূলা গাভৰু। মুহিলাই যতৰত সূতা কাটি থাকে আৰু লগে লগে গীত গায়। মূলাই তামোল পানৰ বটা আগতলৈ বহি থাকে ]

মুহিলাৰ গীত

চৰাই হালধীয়া পাখিও ধুনীয়া
মাতিলি অমাতৰ মাত বিনন্দীয়া
মাতিলি অমাতৰ মাত।
আমোলাই বননী উঠিলে বিননী
কি জুই লগালি গাত ঐ বলিয়া
কি জুই লগালি গাত।
জুৰকৈ বলিলে পছোৱা বা -ছাটি
আমৰ মল্ সৰালে বা-ত—
কলাকৈ ডাৱৰে জুৰ বৰষিলে
হিয়া মোৰ নপৰিল শাঁত ঐ বলিয়া
হিয়া মোৰ নপৰিল শাঁত।

---

মূলা—কোননো তোৰ বলিয়া অ' বলিয়ানী? কাৰ যহতনো আকৌ তোৰ হিয়াখন শাঁত নপৰিল?

মুহিলা—ঐ আই গাভৰু দেও! আমাৰনো আৰু হিয়া-কৰি খন তেনেই টকম্ বাকৰি যেন বুলি ভাবেনে? গাভৰু দেওৰ হলে দেউতা এদিন ঘৰত নেথাকিলেই গা একেবেলি-

য়েই চিংলং পাংলং! আমাৰ নো আৰু সদায় নথকা বিলাকৰ ভুলতে হুমুনিয়াহ এটা গলেও জগৰ নে?

মূলা—ইস্ এই বলিয়ানী জনীৰ কথা বিলাক। তাইৰ চৰাইৰ মাততে গাত জুই লাগে! মোকনো কোন দিনা ডাওৰীয়া নথকাত চিংলং পাংলং কৰা দেখিছিলি হঁয়!

মুহিলা—ক'ত দেখিছিলোঁ? মুঠেই দেখা নাই। দেউতাক তিনদিনলৈ কৰবালৈ যাবলৈ স্বৰ্গদেৱে আজ্ঞা দিহিলে—এখেত গাভৰুদেওৰ তিনদিনলৈ পেটলৈ কণ এটা নগল! মুহিলা মোৰ গাটো পুৰিছে। মুহিলা মোক বিছ্! মুহিলা মই পানী খাওঁ—মুহিলা মোৰ কি হ'ল! বিছনাত পৰি ইফালে বাগৰ মাৰিব উস্ সিফালে বাগৰ মাৰিব আস! মই বোলোঁ গাভৰুদেওৰ হ'ল কি? বেজবৰুৱাক মাতোঁ বোলোঁ গাভৰুদেৱে বোলে "নেলাগে মৰতী"! যেই দেউতাই বাহিৰৰ পৰা মাত দিলে "মুহিলা"—গাভৰুদেওৰ ক'ৰ মোৰ কেনি গ'ল! মুহিলা, ডাওৰীয়াৰ ভৰিধুৱাই দে! চাংমাই, ডাওৰীয়ালৈ জলপান সজোৱা!

মূলা—ইস্, এই মৰতীজনীৰ কথাবোৰ শুনা! এইজনী এইজনী মৰতীজনী! এনে বৌটোকে ঢৌটো কৰিব পাৰে। ৰাৰু আহক আজি ডাওৰীয়া মই যদি তোৰ চৰাইৰ মাতত গাত জুই জ্বলা হিয়া শাঁত নপৰাৰ কথা কৈ তোলৈ কালি পৰহিৰ ভিতৰতে এটা ডেকালৰা নচপাওঁ চাবি!

মুহিলা—বধলাগে গাভৰুদেও। এনে কাম নকৰিব! আপুনি ওঁহ্ হে বুলিব লাগে ডাওৰীয়াই কাইলৈকে আনি

একুড়ি ছঅঁৰা ডেকা হাজিৰ কৰিবহি। ছফল ডেকা জাকক জিয়া জুইত জাহ যাবলৈ নিদিব গাভৰুদেও। মই মাক-টিয়েকে সিহঁতক বুঢ়ী বাঢ়নীৰ আগতহে থ'ম। যিটোৱেই মুহিলাৰ বাঢ়নীৰ আগত টিকিব পাৰিব তাকে মুহিলাই বৰিব।

মূলা—বলিয়ানী! স্বয়ম্বৰা হব খোজনেকি? বাৰু মই ডাঙৰীয়াক তাৰ কথাও ক'ম।

মুহিলা—কব গাভৰুদেও! দহোকুড়ি কব। মই বাজলৈ ওলাব নোৱাৰোঁ। কটাৰপোহঁতে যেনেহে চকু পকোৱাপকি কৈ চায়! গোটা চেৰেকক বুঢ়ী বাঢ়নীৰে ভালকৈ এপৰালি দিব পাৰিলে তেও মোৰ গাটো চেচা হব।

মূলা—যাৰ যহত শাক সেন্দুৰ তাকে পাত ভোকোৰা এন্দুৰ মৰতী! যাকে নেপাই কলিজা শাঁত নপৰে তাকো নো আকৌ বাঢ়নীৰে খুচিব পাৰিবিনে?

মুহিলা—এবাৰ বৰিলে জানো গাভৰুদেও তালৈ হাত তুলিব পাৰিম! সিহঁতৰ হাতৰ তলুৱাহে হম আৰু! উঠ বুলিলে উঠিব লাগিব বহ বুলিলে বহিব লাগিব। এফালৰ পৰা পিহি নিলেও এঁ কৰিব নোৱাৰিম। সেই দেখি মাক-টিয়েকে নৌ বৰোঁতেই ভালকৈ এপৰালি দি লম যেন জাউতি যুগীয়াকৈ শিকি লয় কেনেজনীৰ হাতত পৰিছে।

মূলা—থ তোৰ কথাখন বলিয়ানীজনী; ডাঙৰীয়া আহিছে হবলা যা হাত ভৰি ধুবলৈ পানী আন।

[ চাও বৰ গোঁহাইৰ প্ৰবেশ আৰু মুহিলাৰ প্ৰস্থান ]

মূলা—আজি দেখোন আহোঁতে বহুত পলম কৰিলে?

চাও—এৰা আজি বহুতো ৰজাঘৰীয়া লেঠাৰ মীমাংসা কৰোঁতে বেলি প্ৰায় ভাটি দিলে। কিয় সুধিলা? বাস্তবিকেই আমাতকৈ তোমালোকে,সময়ৰ বেছি হিচাব ৰাখা। তোমাক সদায় দেখিছোঁ মই অহাৰ এখন্তকৰ পলম হলে তুমি তাকে ধৰা। মই কিন্তু একো ঠিক ধৰিব নোৱাৰোঁ। কেতিয়াবা পলম হলেও আন দিনতকৈ সোনকালহে হৈছে বুলি ভাবোঁ। তোমাৰ ওচৰ পালেহিহে ভুল ভাগে।

মূলা—সন্ধিয়াই ভাবে কেতিয়া নিশা আহিব—বিলৰ পদুম পাহীয়ে ভাবে কেতিয়া দিনমণি আহিব—নিশাৰাণীয়ে ভাবে কেতিয়া উষা আহিব!

চাও—আৰু মোৰ মূলাই ভাবে কেতিয়া চাও আহিব।

মূলা—ইস্; আমি নেভাবোঁ যাওক।

চাও—নিশ্চয় ভাবা, নহলে সন্ধিয়া, নিশা, পদুম, উষা এই বিলাকে কি ভাবে কেনেকৈ জানিলা?

মূলা—মই সিহঁতে সময়ৰ হিচাব পোৱাৰ কথাহে কৈছিলোঁ।

চাও—ময়োতো তাকে কৈছোঁ। সময়ৰ হিচাব ইমান ৰাখা দেখিয়েই তো কৈছোঁ তুমিও ভাবা চাও কেতিয়া আহিব?

মূলা—আপোনাৰ আগত কথাকৈ সাৰিব নোৱাৰি।

চাও—জানানে মূলা, ওবে দিন প্ৰাণপাত পৰিশ্ৰম কৰি আহি তোমাৰ মুখখনি দেখিলেই সকলো দুখ সকলো ভাগৰ এক মুহূৰ্ত্ততে পাহৰি যাওঁ। ভাগৰুৱা পথিকে যেনেকৈ দিনমানৰ শ্ৰম বৰ গছৰ ছাঁয়াৰ তলত মুহূৰ্ত্ততে পাহৰিগৈ

শান্তিদায়িনী নিদ্ৰাৰ কোলাত অচেতন হৈ পৰে—আকৌ সাৰ পাই নতুন উদ্যমেৰে বাট বুলিবলৈ লাগি যায়। অবিকল সেই দৰে চাওকো তোমাৰ কি ৰমণীয় ছাঁয়াৰে আবৰি কি মোহত অভিভূত কৰি ৰাখা? পুনৰা হলে আকৌ কি উদ্যম কি নতুন উৎসাহ দানি কৰ্ত্তব্যলৈ আগবঢ়াই পঠোৱা! আহা! কি স্বৰ্গীয় এই শান্তি! চিৰদিন থাকিবতো এই শান্তি প্ৰিয়ে!

মূলা—কিয় নেথাকিব নাথ! যিজনে আপোনাৰ মনত এই শান্তি—এই সুখৰ নিজৰা বোৱাই দিছে সেই জনেই তাক চিৰন্তনীয়া কৰি ৰাখিবও।

চাও—কেতিয়াবা এনেই হঠাৎ আহি একোটা ভাব উদয় হয়হি প্ৰিয়ে—কোনোবাই যেন কাণে কাণে কৈ গুচি যায় "চাও, অত সুখ তোৰ ন'সব।" কেতিয়াবা ভয়ত বুকু কঁপি উঠে, কেতিয়াবা অমূলক—মিছা এটা মনৰ ভ্ৰান্তি বুলি উৰাই দিওঁ।

মূলা—সি এটা মনৰ ভ্ৰান্তি নাথ। কিয় এনে মিছা আশঙ্কাত মনলৈ অশান্তি আনে? যিজনে আমাৰ মনত এই শান্তি দিছে সেইজনক মইতো সম্পদে বিপদে কেতিয়াও পাহৰা নাই। তেওঁ সুখ শান্তি ঐশ্বৰ্য্য সম্পদ সকলো দিয়াৰ গৰাকী—। তেৱেঁই দিছে আৰু তেৱেঁই ৰাখিবও।

চাও—ৰাখিব! আহা প্ৰিয়ে, লোকে তেওঁক বিপদত মাতে, আহাঁ আমি সম্পদত মাতোঁ।

[ দুয়ো কৰযোৰ কৰে ]

[ মুহিলাৰ পুনঃ প্ৰবেশ ]

মুহিলা—চাংমাই ৰখি, আছে গাভৰু দেও !

চাও—গৈছোঁ বল।

[ সকলোৰে প্ৰস্থান ]

—পটপৰে—

---

## তৃতীয় দৃশ্য

কাৰেং। চুক্লেন কোঁৱৰৰ কোঠা

[ চুক্লেন বৰ গাৰুত আউজী থাকে। লিগিৰিহঁতৰ কোনোৱে বিছে কোনোৱে কোঁৱৰৰ ভৰি পিটিকি দিয়ে ]

চুক্লেন—আজি কি মোৰ ওচৰত কোনো নাই ?

১ম লি—এইয়া দেখোন আমি আছোঁ কোঁৱৰ ! আই-চুদেউতাক মাতিম নে কি ?

চুক্লেন—হেলাক ! নেলাগে ! কাৰ কথা কব খুজিছিলোঁ ! আঃ পাহৰি গলোঁ ! বাৰু তহঁত এই ফালে আহ।

[ লিগিৰিহঁত আগলৈ আহে ]

১ম লি—আজিনো কাক বিচাৰিছে কোঁৱৰ ?

চুক্লেন—কাকো বিচৰা নাই। গা, এটা গীত গা ! এনে গীত গাবি যেন মোৰ মন প্ৰাণ কোনোবা ৰাজ্যলৈ গীতৰ লগে লগে উটি গুচি যায় ! অ' তহঁতৰ লগৰ সেই ন লিগিৰি জনীয়েও গাব পাৰে নহয় !

১ম লি—পাৰে কোঁৱৰ। তাই আমাৰ এটাইবোৰ লিগিৰিতকৈ চৰা! গাবও পাৰে ভাল নাচেও ভাল।

চুক্লেন—পাৰেনে কি? তাই দেখিবলৈকো বৰ ধুনীয়া!

১ম লি—আৰু কোঁৱৰ তাইৰ কদমকলি, পদুমকলি, বিজুলী নাচ, পখিলি নাচ, এইবোৰ যে অতিকৈ ধুনীয়া!

চুক্লেন—ক'ত তাই?

ৰেণু—এইয়া কোঁৱৰ। মই এই খিনিতে আছোঁ!

চুক্লেন—[ স্বগতঃ ] বাস্তবিকেই বৰ ধুনীয়া। ৰূপ যেন ফুটি পৰে!

[ প্ৰকাশ্যে ] বাৰু গাচোন লিগিৰিহঁত! অ' তোৰ নাম কি লিগিৰি?

ৰেণু—নামেৰে নো কি কৰিব কোঁৱৰ? মোৰ নাম ৰেণু।

চুক্লেন—ৰেণু! বৰ সুন্দৰ নাম! ৰেণু! বাৰু গা হঁত ৰেণু! বাস্তবিকেই সুন্দৰ নাম! গা!

[ লিগিৰিবিলাকৰ গীত। ৰেণুৰ ফালে চুক্লেন কোঁৱৰে একে ঠৰে চাই থাকে। ৰেণুৱেও মাজে মাজে চাই তলমূৰ কৰে ]

গীত

দেখা হলে সখি কবা কি—কবা কি!
দেখিয়ে ছবিটি হৰিব কথাটি কবা কি সখিটি কবা কি?
মদনে হাণিব প্ৰেম ফুলশৰ—
বতাহতে হব তনু জৰজৰ,
বিৰহে দহিব প্ৰাণে নসহিব লাজে আগছিৰ কবা কি?

সপোনত গোপনে আলচা কথাটি—
সপোনত সাবটি নোখোৱা চুমাটি,
খাবানে নেখাবা, কবানে নকবা, ভাবিয়ে নেপাবা কবা কি ?

---

চুক্লেন—আঃ বৰ আৰাম। বাৰু ৰেণু! এইবাৰ তোৰ এটা নাচ!

১ম লি—এৰা এৰা। বাৰু কোঁৱৰ, এতিয়া চাব কিমান ধুনীয়া! নাচ ধুনীয়া নে মানুহ ধুনীয়া! আপুনিয়েই কৈ দিয়ক কোঁৱৰ পত্নমকলি নাচ নে কদমকলি নাচ নাচিব ?

চুক্লেন—মই সেইবোৰ ভু নেপাওঁ—মোৰ ভাল লাগিলেই হ'ল! নাচ ৰেণু! তোৰ যি মন যায় সেই নাচোনকে নাচ।

[ ৰেণুৰ নাচ। চুক্লেনে ডিঙিৰ হাৰ সোলোকাই ৰেণুক দিয়ে ]

চুক্লেন—হোঁ ৰেণু। বৰ তৃপ্ত হলোঁ। বৰ সুন্দৰ। বৰ সুন্দৰ। হোঁ ৰেণু! ল মোৰ এই মুক্তা হাৰ!

ৰেণু—নেলাগে কোঁৱৰ। মোৰ লগৰ লিগিৰিহঁত সুদাহাতে যাব আৰু মই মুক্তাহাৰ লৈ যাম। মোক নেলাগে কোঁৱৰ!

চুক্লেন—মই এটাই কেউজনীকে একোধাৰ দিম! আজি তই ল ৰেণু।

ৰেণু—যেতিয়া এটাই কেউজনীকে একোধাৰ দিব তেতিয়া লম কোঁৱৰ! আজিলৈ থাওক।

চুক্লেন—বাৰু তেনেহলে সেয়ে হব।

ৰেণু—তেন্তে এতিয়া আমি যাওঁ কোঁৱৰ।

চুক্লেন—এতিয়াই।

১ম লি—সৌৱা আইচু দেউতা আহিছে। আমি যাওঁয়েই কোঁৱৰ।

[ ৰেণু আৰু লিগিৰিহঁতৰ প্ৰস্থান ]

চুক্লেন—বাস্তবিকেই সুন্দৰ। সুন্দৰ ৰূপ! সুন্দৰ গীত! সুন্দৰ নাচ! সকলো সুন্দৰ! এবেকাবাৰ চাই গ'ল যেন মোৰ মনপ্ৰাণ সেই কটাক্ষৰ লগতে লৈ গুচি গ'ল! ৰেণু, ৰেণু, তইতো লিগিৰিৰ উপযুক্ত নহয়! তোক দেখাৰ দিন ধৰি মন মোৰ তোক পাবৰ কাৰণে উত্ৰাৱল। তোক পাবই লাগিব। নহলে যে মোৰ জীৱনেই ব্যৰ্থ! ৰাজৰাণীৰ উপযুক্ত ৰূপ তোৰ! ৰাজৰাণীকে তোক পাতিম।

সৌৱা হেলা আহিছে। কিয় আহিছে? পিছত আহিলেও তো হলহেঁতেন!

[ হেলাৰ প্ৰবেশ ]

কোন! হেলা! অসময়ত কিয় আমনি কৰিবলৈ আহিলা?

হেলা—মই কি অপৰাধ কৰিছোঁ নাথ? মোৰ গাত কি এনে দুষিত বায়ু আছে যে মই অহা মাত্ৰে আপোনাৰ মন কোঁচ খাই যায়—মনলৈ অশান্তি আহি পৰে।

চুক্লেন—মইতো তুমি আহিলেই বেয়া লাগে বুলি কোৱা নাই। একো একো সময়ত মন কিবা দুশ্চিন্তাই আবৰি ৰাখে, কাৰো ক'তো মাত শুনিবৰ ইচ্ছা নেযায় তেনে সময়ত

যদি তুমি আহাঁ তাত আমনি পোৱাটোতো একো অস্বাভাবিক নহয়।

হেলা—এইমাত্র আপুনি লিগিৰিহঁতৰ গীত শুনি তন্ময় হৈ আছিল, মই আহিলতে আমনি লাগি গ'ল! অশান্তি আহি পৰিল। মই কি এনেকুৱাই পিশাচী যে সহধৰ্ম্মিনী হৈও আপোনাৰ দুখ দুশ্চিন্তাৰ এফেৰি লাঘব কৰিব নোৱাৰোঁ। আপোনাৰ মনলৈ এফেৰি শান্তি আনি দিব নোৱাৰোঁ।

চুক্লেন—দুশ্চিন্তাত মন বেয়া লাগি আছিল বুলি লিগিৰিহঁতৰ গীত শুনি মনৰ ভাৰ পাতলাবৰ চেষ্টা কৰিছিলোঁ, তাতো ভাল নেলাগিল বুলি সিহঁতকো খেদি দিলোঁ। তাৰ পিছতে তুমি আহিলা। মনৰ অশান্তিত কৈ পেলালোঁ কিয় আমনি কৰা বুলি, তাতে নো ইমান বেজাৰ লাগিলনে হেলা?

হেলা—জানেনে নাথ, আপোনাৰ এআষাৰ হাঁহিমুখৰ মাতৰ কাৰণে হেলাই অকাতৰে মৰণকো বৰিব পাৰে!

[ এজনী লিগিৰিৰ প্ৰবেশ ]

লিগিৰি—আইচু দেউতা, মেল কৰিবৰ হ'ল।

[ প্ৰস্থান ]

চুক্লেন—[ উঠি ] ব'লা হেলা। যদি কেতিয়াবা ভুলে চুকে টান কথা কৈ থাকোঁ তোমাৰে স্বামী বুলি ক্ষমা কৰিবা হেলা।

হেলা—কিয় এনে কথা কয় নাথ, হেলাৰ ওচৰত আপোনাৰ কোনো অপৰাধ হব নোৱাৰে। হেলাৰ জনম

আপোনাৰ সেৱা কৰিবলৈ। সেই সেৱাত হেলাৰ কত ত্ৰুটি কত ভুল হৈ থাকিব পাৰে। সেই দেখি হেলাৰ হে নিতে নিতে শত অপৰাধ ক্ষমা কৰিব নাথ। আহক নাথ, মেল্ল কৰিবৰ সময় উকলি যায়।

চুক্লেন—ব'লা হেলা, গৈছোঁ ব'লা।

[ হেলাৰ প্ৰস্থান ]

হেলাও তো সুন্দৰ! ৰেণুও সুন্দৰ! কোন বেছি সুন্দৰ! হেলা, উৰ্ম্মিবিহীন স্থিৰ ধীৰ গম্ভীৰ মহা সমুদ্ৰৰ দৰে স্থিৰা ধীৰা গম্ভীৰা। দক্ষিণ মলয়াৰ মৃদু হিল্লোলত নীৰবে ভাহি অহা ভৰা নাও খনিৰ দৰে হেলাৰ মৃদু স্পৰ্শে মন প্ৰাণ কোনোবা অজানা দেশৰ শান্তিৰ ৰাজ্যলৈ উটুৱাই লৈ গুচি যায়! আৰু ৰেণু, মহা সমুদ্ৰৰ উত্তাল তৰঙ্গ ঠেলি সমুদ্ৰ মন্থনত আবিৰ্ভূত হোৱা মোহিনী। পৰ্ব্বতীয়া জুৰিটিৰ দৰে চঞ্চলা! দুৰ্দ্দমনীয় আকৰ্ষণ শক্তিৰে মুহূৰ্ত্ততে মনপ্ৰাণ অৱশ বিহ্বল কৰি লালসাৰ বহ্নিত পেলাই দিয়ে—

[ ভাবি ভাবি প্ৰস্থান আৰু লাহে লাহে ৰেণুৰ প্ৰবেশ ]

ৰেণু—গুটি সিচিছোঁ। এই কেদিনতে তাৰ শিপাও মেলিছে। আই মোৰ, পিতা মোৰ, আশীৰ্ব্বাদ কৰা যেন তোমালোকৰ হত্যাৰ তৰ্পণ কৰিহে এই পাপ পুৰী পৰিত্যাগ কৰোঁ। আহাঁ দানবী! আহাঁ পিশাচী—! তোমালোকৰ অন্তৰৰ পৈশাচিক-প্ৰবৃত্তি মোৰ অন্তৰত সুমাই দিয়াহি। আহাঁ হত্যা! আহাঁ বিভীষিকা! মোৰ

এই ধ্বংস যজ্ঞৰ পুৰোহিত হোৱাহি! বাহিৰত জুই জ্বলাই আহিছোঁ—হয়তো বা নবাবৰ ফৌজ উজাই আহি এতেদিনে গুৱাহাটী পাইছেহি! ভিতৰতো জুই জ্বলাইছোঁ। ভিতৰে বাহিৰে জুই! এই জুইত এটা এটা কৈ মন্ত্রী পাৰিষদ ৰজা ৰাজকোঁৱৰ সকলো জাহ যাব লাগিব। ৰক্ষা নাই! কাৰো ৰক্ষা নাই! কোনো সাৰিব নোৱাৰে—! প্রতিশোধ। ৰমণীৰ প্রতিশোধ! হাঃ হাঃ ৰমণীৰ প্রতিশোধ!

[ প্রস্থান ]

—আঁৰকাপোৰ—

---

## চতুর্থ দৃশ্য

[ মন্ত্রণাগৃহ ]

[ চুহুম্মুং, খেন্‌লুং, চাওফ্লাচেংমুং আৰু কণচেং বৰপাত্রগোঁহাই ]

চুহু—বৰ ডাঙৰ সমস্যা ডাঙৰীয়া সকল। শান্তিপূর্ণ সুনির্ম্মল আহোমৰ—ভাগ্যাকাশত আকৌ হঠাতে এচমকা ক'লা ডাৱৰে দেখা দিলে! হয়তো ধুমুহা ডাঙৰকৈয়ে মাৰিব! ৰঙামাটিৰ নবাব খছলখাঁই দেশজয় কৰিবলৈ সেনাপতি তূর্ব্বক আৰু হুছেন খাঁক সৈন্য সামন্ত দি পঠাইছে। সিহঁতে বোলে সোমাৰ আক্রমণ কৰিব আৰু খুব সম্ভব—কলিয়াবৰৰ ওচৰতে ছাউনী পাতিবহি।

চাও—শিয়ালৰ ইমান সাহ যে সিংহক আহি গাঁতত জোকাই লয়! পাঠানে এতিয়াও বুজা নাই আহোমৰ পৰাক্রম! সমুচিত শাস্তিৰ বিধান কৰিব লাগিব স্বৰ্গদেও। এনে ব্যবস্থা কৰিব লাগিব যেন চিৰকাললৈ পাঠানে এনে দুঃসাহস কৰাৰ পৰিণাম কি ভীষণ তাক সুঁৱৰি সুঁৱৰি শিঁয়ৰি উঠে।

খেন্‌লুং—তেনে ব্যবস্থাই কৰিব লাগিব ডাঙৰীয়া! ইয়াত অৱশ্যে কোছৰজা বিশ্বসিংহও তলে তলে সহায় আছে, নহলে কি সাধ্য ক্ষুদ্ৰ ৰঙামাটিৰ নবাবৰ যে পৰাক্রমী আহোমক জোকাবলৈ আগবাঢ়ে? যদি বিশ্বসিংহৰ যোগ আছে—তেনেহলে অৱশ্যে আশঙ্কাৰ যথেষ্ট কাৰণ আছে। কিবা কয় কোঁৱৰে?

কণচেং—আপোনাসকল বিজ্ঞ বহুদৰ্শী—। কিয় সোধে মোক? আজ্ঞা দিব—যাম ৰণলৈ। দিয়ে যদি দিব সৈন্যবল! নতু, অকলৈ সংহাৰিম শতেক পদাতি! ৰণ দিম দেহত শক্তি থাকে মানে—প্ৰাণ দিম দেশৰ কাৰণে।

চুহু—বীৰোচিত কথা। এনে বীৰ থাকোঁতে দেশত কাৰ সাধ্য আহোমক জিনে! ডাঙৰীয়া সকল, পাঠানক ভেটিবৰ যুক্তি স্থিৰ কৰক।

খেন্‌লুং—তাকেহে ভাবিছোঁ স্বৰ্গদেও, যদি বিশ্বসিংহে—পাঠানক সহায় দিছে তেনেহলে ৰণৰ আয়োজন ডাঙৰেই হব লাগিব।

চাও—চোৰাংচোৱা পঠাই গুৱাহাটীৰ পৰা বিশ্বসিংহ ৰজাই পক্ষাপক্ষ লোৱা নোলোৱাৰ বাতৰি অনা হওক।

খেন্‌লুং—ডাঙৰীয়াৰ যুক্তি অতি সজ। আজিয়েই—চোৰাংচোৱা পঠোৱা হওক। ডাঙৰীয়াৰ ওপৰতে সেই ভাৰ থাকিল।

চাও—যিবা আজ্ঞা। কলিয়াবৰতে আমাৰ পক্ষৰো ছাউনী পাতি তাতেই সৈন্য সামন্ত গোট খুওৱাই মই ভাল বিবেচনা কৰোঁ।

খেন্‌লুং—সজ যুক্তি আপোনাৰ।

[ বৰবৰুৱা, ডেকাফুকন, হিলৈবৰুৱা, পানীফুকন, নাওবৈছা ফুকনৰ প্ৰবেশ ]

বৰবৰুৱা—বন্দীহওঁক কিয়বা মতালে স্বৰ্গদেও।

চুহু—মতালোঁ বিশেষ কামত। পাঠানে তুৱাৰত খুন্দিয়াই আহোমৰ শান্তিৰ নিদ্ৰা ভঙ্গ কৰিছেহি। সিদিনা মাথোন আমি যুদ্ধ বিগ্ৰহৰ পৰা মুকলি হই তুদিন জিৰণী লৈছিলোঁ, আকৌ সেই জিৰণী ভাঙ্গিবলৈ আহিল পাঠান। তাৰ বাবেই পৰামৰ্শ কৰি নিজৰ নিজৰ কৰ্ত্তব্য ঠিক কৰিবলৈ আপোনাসকলক মতোৱাৰ প্ৰয়োজন। বৃদ্ধ বুঢ়াগোহাঞী ডাঙৰীয়া, কৃতী বৰগোঁহাই ডাঙৰীয়া আৰু ৰণ-নিপুণ বৰপাত্ৰ গোহাঞীদেৱে যাৰ যেনে কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰি দিয়ে প্ৰত্যেকে সেই দৰে উপস্থিত কৰ্ত্তব্যত জাপ দিবগৈ বুলি মোৰ ভৰসা।

বৰবৰুৱা—অৱশ্যে জাপ দিমহঁক।

ডেকাফুকন—আজ্ঞা দিয়ক স্বৰ্গদেও। আজ্ঞা দিয়ক ডাঙৰীয়া সকল!

পানীফুকন—দেশৰ শান্তিভঙ্গকাৰীহঁতক সমুচিত শিক্ষা দিবৰ কাৰণে আমি প্ৰাণ দিবলৈকো প্ৰস্তুত।

খেন্‌লুং—বথানো বিষয়া সকল আপোনালোকৰ সজ ইচ্ছা। বৰ্ত্তমান ক্ষেত্ৰত আমি অতি সতৰ্ক হৈ চলিব লাগিব, ব্যস্ত হলে নহব। এতিয়াই আমাৰ প্ৰত্যেকৰ কৰ্ত্তব্য নিৰ্দ্ধাৰিত হব। বৰগোহাঞী ডাঙৰীয়াৰ ইচ্ছা আহোমৰ ছাউনী কলিয়াবৰৰ ওচৰতে হওক। মোৰো সেয়ে ইচ্ছা।

চুহু—ডাঙৰীয়াৰ ইচ্ছাই আমাৰো ইচ্ছা।

খেন্‌লুং—তাত কিন্তু ৰছদৰ ব্যবস্থা এবছৰৰ কাৰণে থাকিব লাগিব। শদীয়াখোৱা গোহাঞীলৈ আজিয়েই বতৰা দিব লাগিব ত'ত তিনিহেজাৰ কাঁড়ী সৈন্য ছমাহৰ ৰছদে সৈতে যোগাৰ দিব লাগিব।

চাও—সজ! সজ!

খেন্‌লুং—পানীফুকনক আজ্ঞা দিব লাগে স্বৰ্গদেও—এশ চৰানাও প্ৰত্যেকত আঢ়ৈকুড়িকৈ সৈন্য লৈ কালিলৈ কলিয়াবৰলৈ যাত্ৰা কৰক। ছাউনী নহয়গৈ মানে নাৱতে সকলো থাকিব।

চুহু—বুঢ়া গোহাঞী ডাঙৰীয়া বৃদ্ধ বিচক্ষণ—তেখেতৰ ইচ্ছাই মোৰ ইচ্ছা। বিষয়া ডাঙৰীয়া সকলে মোৰ আজ্ঞালৈ

অপেক্ষা নকৰি তেখেতৰ কথাতে নিজৰ নিজৰ কৰ্ত্তব্যালৈ আগবঢ়াইহে মোৰো একান্ত বাঞ্চা।

পানীফুকন—যিবা আজ্ঞা স্বৰ্গদেও। এতিয়া বিদায় হওঁ আপদেও। বন্দীয়ে যাত্ৰাৰ আয়োজন কৰোঁগৈ।

[ প্ৰস্থান ]

খেন্‌লুং—সেই এশ নাৱৰ লগতে নতুবা পাৰিলে আজি ৰাতিয়েই, বৰবৰুৱা হিলৈবৰুৱা আৰু নাওবৈছাফুকনো কলিয়াবৰ অভিমুখে যাত্ৰা কৰক। বৰবৰুৱা ডাঙৰীয়াই ছাউনীৰ ওপৰত বিশেষ চকু দিবগৈ লাগিব, যাতে অতি শীঘ্ৰে হৈ উঠে। ডেকাফুকনে পঞ্চাছ খন নাও এহেজাৰ কাঁড়ী আৰু এহেজাৰ পদাতিৰে যাত্ৰা কৰি বিশ্বনাথত ছাউনী পাতক গৈ। হিলৈবৰুৱাই ছুটীয়া ৰাজ্যৰ পৰা অনা তোপ কিটাৰ ছুটা নিজৰ জিম্মাত কলিয়াবৰত পাতিবগৈ আৰু আনটো ডেকাফুকন ডাঙৰীয়াই শালাৰ কোঠলৈ পঠোৱাৰ দিহা কৰিব। ইয়াৰ বাহিৰেও সলাল সন্দিকৈ মৰঙ্গীয়াল আদি সকলো ফুকন বৰুৱালৈ যেয়ে যাকে ওচৰত পায় কটকী পঠাই বাতৰি দিয়াব যেন প্ৰয়োজন হলেই বছৰ সৈন্য সকলো পোৱা হয়, আৰু নিজৰ নিজৰ কোঠ গড় যেন সকলো সংস্কাৰ কৰি ৰণলৈ সাজু হৈ থাকে। ডেকাফুকন ডাঙৰীয়াই সলাল গোঁহাইলৈ কটকী পঠিয়াই শিঙৰীৰ কোঠত বিশেষ চকু দিবলৈ স্বৰ্গদেওৰ আজ্ঞা বিহিব।

ডেকাফুকন—যিবা আজ্ঞা।

বৰবৰুৱা—তেনেহলে বন্দীহঁত বিদায় কৰোঁ স্বৰ্গদেও।

চুহু—বৰ বিষয়াসকল! শুনি যাওক বুঢ়া গোহাঞী ডাঙৰীয়াই এই মহা অনুষ্ঠানৰ গুৰিয়াল কাক মনোনীত কৰে!

খেন্‌লুং—স্বৰ্গদেৱে যাকে পাচে সেয়ে এই গুৰুভাৰ হাতত লব লাগিব। সেইটো স্বৰ্গদেওৰ ইচ্ছা।

চুহু—মোৰ মতে এই গুৰুভাৰ লবৰ উপযুক্ত পাত্ৰ বৰ্ত্তমান ক্ষেত্ৰত বৰগোহাঞী ডাঙৰীয়াকহে দেখিছোঁ। আপোনাসকলৰ অনুমতি পালে তেখেতক মই এই আকস্মিক ৰণৰ গুৰিধৰা পদত বৰণ কৰোঁ।

খেন্‌লুং—বৰগোহাঞী ডাঙৰীয়া যে কৃতী আৰু সেই ভাৰৰ উপযুক্ত তাত তিলমাত্ৰও সংশয় নাই। কিন্তু বৰ্ত্তমানত আমাৰ সকলোতকৈ ডাঙৰ কৰ্ত্তব্য নগৰ ৰক্ষা। সেই কাৰণে সম্প্ৰতি বৰগোহাঞী আৰু বৰপাত্ৰ গোহাঞী ডাঙৰীয়াক মই নগৰৰ বাজ হবলৈ দিবলৈ সম্মত নহওঁ। ঘৰখন দুৰ্ব্বলকৈ বাজত বলী দেখুৱাবলৈ যোৱাটো মোৰ মনে প্ৰশস্ত নহব। যদি স্বৰ্গদেৱে অনুমতি দিয়ে এই স্থবীৰ হাতেৰে অস্ত্ৰ ধৰি পাঠানক ভেটিব খোজোঁ।

বৰবৰুৱা—সজ! সজ! অতি সুন্দৰ কথা। আপদেৱে অস্ত্ৰ ধৰি পাঠানক ভেটিবলৈ ওলালে ডেকাবিলাকৰ বাউসীলৈ মত্ত হাতীৰ বল আহিব।

খেন্‌লুং—যদি স্বৰ্গদেও আৰু ডাঙৰীয়া সকলে অনুমতি দিয়ে মই আজিয়েই প্ৰস্তুত হওঁ। স্বৰ্গদেও আৰু ডাঙৰীয়া

সকলৰ আশীৰ্ব্বাদহে লাগে, বন্দীয়ে পাঠানক সমুচিত শাস্তি বিহি অচিৰে উলটি আহিম।

চুহু—আপোনাৰ বৃদ্ধ শৰীৰৰ উৎসাহ দেখি ইচ্ছা হয় নিজে অস্ত্ৰলৈ এবাৰ ওলাওঁ। এনে তেজ, এনে শক্তি, যদি মোৰ সকলো প্ৰজাৰ হ'লহেতেন! ডাঙৰীয়া! আপোনাৰ ইচ্ছাত বাধা দিবলৈ মই অপাৰগ। এই সমৰৰ সেনাপতি মই আপোনাকে বৰণ কৰিলোঁ।

খেন্‌লুং—বৰ তৃপ্ত হলোঁ স্বৰ্গদেও। বুঢ়াৰ শৰীৰত নতুন শক্তি সঞ্চাৰিত হ'ল।

চাও—আমাক বৰঘৰ ৰখীয়া পাতি ডাঙৰীয়া বাজ ওলাইছে, ঈশ্বৰক খাটোঁ শত্ৰুৰ মুখত ছাই দি স্বদেশৰ আৰু স্বৰ্গদেওৰ মুখ উজ্জ্বল কৰকহি।

কণচেং—এই বয়সতো ডাঙৰীয়াৰ উৎসাহ উদ্যম দেখি আমাৰ নিজৰ ওপৰত ধিক্কাৰ দিবলৈহে ইচ্ছা হয়। এই তেজ এই বীৰ্য্য এই পৌৰুষৰ শতাংশৰ একাংশৰো যদি অধিকাৰী হব পাৰিলোঁহেতেন! আজ্ঞা দিয়ক ডাঙৰীয়া, অধীনো লগতে ওলাওঁ।

খেন্‌লুং—নেলাগে কোঁৱৰ! আপোনাৰ আৰু বৰগোহাঞী ডাঙৰীয়াৰ কৰ্ত্তব্য অতি গুৰুতৰ। ঈশ্বৰে নকৰক, যদি এই স্থবীৰ বাহু হীনবল হয়, হয়তো ডাঙৰীয়াৰ উপস্থিতি ৰণক্ষেত্ৰত প্ৰয়োজন হব পাৰে। তেতিয়া ৰণবাঞ্ছা পূৰ্ণ কৰিব।

চুহু—যদি প্ৰয়োজন হয় সৈন্যবল আৰু কিছু লওক ডাঙৰীয়া।

খেন্‌লুং—নেলাগে স্বৰ্গদেও। বন্দীৰ তলত পাঁচজনা ডাঙৰীয়াৰ সৈন্যবলেই যথেষ্ট হব। যদি স্বৰ্গদেওৰ হকে স্বদেশৰ হকে এই বুঢ়া দেহ ৰণত পৰে সি বৰ গৌৰবৰ কথা।

চুহু—তেন্তে চুক্লেন, চুৰেং, লগত যাওক। আপোনাৰো সহায় হব ৰণনীতিও সিহঁতে কিছু কিছু শিকিব।

খেন্‌লুং—নেলাগে স্বৰ্গদেও। প্ৰয়োজন হলে পিছত যাব। তেন্তে বিদায় দিয়ক বন্দীক স্বৰ্গদেও। বিদায়, ডাঙৰীয়া সকল!

বৰবৰুৱা—এতিয়া সেৱাহে স্বৰ্গদেও। আহিলোঁ ডাঙৰীয়া সকল।

[ বুঢ়াগোহাই, বৰবৰুৱা, হিলৈবৰুৱা আৰু নাওবৈছা ফুকনৰ প্ৰস্থান ]

চুহু—তেন্তে আজিলৈ আমিও ঘৰাঘৰি যাওহঁক।

[ সকলোৱে প্ৰস্থান ]

—পট পৰে—

---

## পঞ্চম দৃশ্য

[ নগা পৰ্ব্বতৰ নামনি। খুণবাওৰ ঘৰ ]

[ লুকুয়ে এটা শিলত বহি কোছত ফুললৈ মালা গাঁথি থাকে আৰু খুণবাৱে বেতসূত্ত চাঁচি থাকে ]

খুণবাও—অঃ কিমান দিন তাৰ দেকি পুৱা নাই। এই দিন কলেকৈ আৰু নায়িলে। অঃ তাৰ মু আয়িব না? ৰজা লুৰা তাৰ কিয়ানি আমাৰ পালে পাঅৰি কলে। অঃ

চেংলুং চেংলুং! কিয় নাঅ চেংলুং। কিয় লুকু পালে—তুৰ বুবু পালে ইমান ছুক দি পাইছ! আ চেংলুং! লুকু! তাৰ কিমান দিন অল্ কলেকৈ কপ পাৰিবি ?

লুকু—পাৰিব তো! আমাৰ মালাকিনি লেকি দেকিলে কব পাৰিব। আমাৰ অলে মালা দিন দিন কাতিছে। আতাই তৈ নিছে। কাকাটি আয়ি দেকি পাব—পিনিব—

খুণবাও—তাৰ আৰু আয়িব না লুকু ?

লুকু—তাৰ আয়িম বুলি যাইছে বুবু, কিয় নায়িব ?

খুণবাও—আবিত পৰা বাক্ পোৱালী দৰি আনি বানি তলে কিমান দিন তাকিব লুকু। মুকলি অব পালে আবিত যাব! এই দেকি আমাৰ তাকে আনিব যাব বুলিছে—তই পালে যাব নিদিয়ে!

লুকু—যাব নালাকে বুবু তাৰ আয়িম কৈছে এদিন আয়িব। তাৰ যতি আয়িব বাল নাপায় দৰি আনিলে কিয় আয়িব।

খুণবাও—তুৰ ইমান ছুক পাইছে আমাৰ ইমান ছুক পাইছে জানি পালে তাৰ কেতিয়া তাকিব মুৱাবে। উনি পালে আয়িব। তুকে দেকি নাপাই তাৰ মন ছুক উৱা নাই না? আমাৰ যাম লুকু, মুকে যাব দিবি—তাকে তুৰ কতা তুৰ—মালা উকাই যুৱা কতা কলে তাৰ কেতিয়া তাকিব মুৱাবে তাৰ আয়িব।

লুকু—মুৰ কতা তাৰ পালে কব নালাকে বুবু! তুৰ যালে দূৰত পৰা—তাকে দেকি কুছি আয়িবি বুবু, তাৰ

বাল তাকিছে উনি পালে বাল পাম। কব নালাকে বুবু, তাৰ পালে দেকি নাপাই আমাৰ ছুক পাইছে।

খুণবাও—লুকু, মুৰ ছুক তাকি তুৰ ছুক দেকি পাইয়ে তাকে মাতিব বাবিছে। তাৰ কিয়ানি এতিয়া তুকে দেকি পালেও চিনি নাপায়!

লুকু—নালাকে বুবু মুৰ পালে তাৰ চিনি পাব নালাকে!

খুণবাও—তুৰ মন ৰং নেদেকিলে তুব আঁয়ি নেদেকিলে মুৰ যে বুকু পাটি যুৱা অমান ছুক পায় লুকু। তাৰ আয়িব জানিলে তুৰ ইমান দিন দিন উকাই যাইছে কিয় লুকু?

লুকু—আমাৰ ক'ত উকাইছে বুবু! তুৰ অদায় দিন আমাৰ পালে উকাইছে দেকিছে। আমাব অলে আকব অমান তাকিছে।

খুণবাও—মুকে কি পাকি দিবি লুকু, মুৰ পালে কি লুকাই ৰাকিব পাৰিবি লুকু! মই আটাই জানিছে আটাই দেকিছে—তুৰ অউ বুকু বিতৰতে কিমান ছুক আমাৰ জানি পুৱা নাই বাবিছ লুকু! আমাৰ পালে তুৰ লুকাই তাকি কনা দেকি পুৱা নাই বাবিছ লুকু!

[ লুকুৱে চকুপানী মছি বাপেকৰ আগৰ পৰা আঁতৰি গুছি যায় ]

তুৰ বুবু আটাই কতা জানি পায় লুকু, তুৰ মুক দেকি আটাই বুজ্জি পায়। এবাৰ যাই তাকে উদি আয়িম—তুৰ পালে তাৰ কেনে পাঅৰিলে। মুৰ জাতি তাৰ আততে দি বুকু পাতি দিম—জাতি এই বুকুতে বউৱাই দিব কম! চেংলুং! চেংলুং! [ প্ৰস্থান ]

[ নাচে নাচে লুকুৰ পুনঃ প্ৰবেশ ]

লুকু—বুবু! ক'ত কলে বুবু! লুকুৰ বুকুৰ বিতৰৰ কতা বুবুয়ে জানি পায়! চকুপানী ডাকিব কুজি ড্যাকিব মুন্নাক! কি অ'ল! কাকাটি! কাকাটি আঁক অচা নায়িব না?

[ আকৌ শিলত বহেগৈ ]

গীত

বিলত তিৰেবিৰায় পদুমৰ পাহি ঐ
　　পাতত তিৰেবিৰায় পানী।
ৰ'দত তিৰেবিৰায় জিঁয়াৰে পাগি ঐ
　　ফুলনীত ফুলৰে ৰাণী।
এন্ধাৰত জিলিকে জোনাকী পৰুৱা
　　আকাশত জিলিকে জোন।
ক'লাকৈ ডাৱৰত বিজুলী জিলিকে
　　হিয়াত মোৰ জিলিকে কোন?
কলিজাত যিকুডা জ্বলে ঐ জিয়াজুই
　　তাতো ঐ জিলিকে কেচাসোণ!
হবনে এনেদিন বাজিব ভগা বীণ
　　হিয়াত মোৰ জ্বলিব পূৰ্ণিমাৰ জোন।

—পট পৰে—

## ষষ্ঠ দৃশ্য

[ ৰজাৰ হাউলীৰ ভিতৰৰ বাগিচা।
চুবেং কোঁৱৰ অকলে ইফাল সিফাল কৰি থাকে ]

চুবেং—সমুদ্ৰৰ বুকুত ঢউ উঠে আপুনি মাৰ যায়! মোৰ বুকুৰ ইকি ভয়ানক ঢৌ! ক'ত সি মাৰ যাব দিনে দিনে ডাঙৰ হৈ মোকে তাৰ বুকুত মাৰ নিয়াব খোজে! আজি ইমান দিনে সেই এটা চিন্তা। দিন নাই ৰাতি নাই সপোন নাই দিঠক নাই চিন্তা সেই এখনি মুখৰ! সৌ গবাক্ষত থিয় হৈ আজি ইমান দিন লৰাই জোনটি চোৱাৰ দৰে দূৰৰ পৰা চায়েই মনৰ তৃপ্তি সাধন কৰিছোঁ। ধৰিবলৈ হাত মেলোঁ যেন কত দূৰত! বুজা নাইনে মোৰ হিয়াৰ নীৰব যন্ত্ৰণাৰ কথা। কতদিন চাইছে—সেই চোৱা—সেই চকুদুটিত যেন কত কথা লুকাই আছে! কিমান দিন অপেক্ষা কৰিম! কিমান দিন আৰু এই অন্তৰৰ দাৰুণ পোৰণী সহিম! আজি নিশ্চয় সুধিম! আজি আৰু হতাশ অন্তৰে উভতি নেযাওঁ। মোৰ বুকুভৰা ভালপোৱা ঢালিদি কৈ চাম, তুমি মোৰ হোৱা! তেতিয়ানো মোক উপেক্ষা কৰিবনে? ইমান নিষ্ঠুৰ হব পাৰিবনে? যাচি দিয়া প্ৰেম ভৰিৰে ঠেলি গুচি যাবনে? এই পিনেই তো আহিব! আহিবৰ সময়ো হৈছে। বাৰু মোৰ তৰোৱাল খনকে বাটত থৈ দিওঁ! পৰি থকা দেখিলে হয়তো বিচাৰ কৰিবও পাৰে কাৰ তৰোৱাল! নতুবা খন্তেক ৰবও পাৰে।

[ তৰোৱাল খাপৰ পৰা উলিয়াই বাটতে থৈ আঁতৰ হয় ]

[ ৰেণুৰ প্ৰবেশ আৰু দূৰৈত কাৰেঙৰ গবাক্ষৰ ফালে চাই আহোঁতে তৰোৱালত উজুটি খাই ভৰি কাটি পৰি যায় ]

ৰেণু—উস্ কোনে এনে শত্ৰু শালিলে? কাৰ মই কি অনিষ্ট কৰিছিলোঁ!

[ চুৰেং লৰি আহি ৰেণুক ধৰেহি ]

চুৰেং—কি কৰিলোঁ! কি কৰোঁতে কি কৰিলোঁ। মইয়ে তোমাৰ এই অনিষ্টৰ মূল সুন্দৰী! মোক ক্ষমা কৰা।

ৰেণু—মই আপোনাৰ কি কৰিছিলোঁ কোঁৱৰ! মোক এইদৰে নেমাৰি সেই তৰোৱাল বুকুত বহুৱাই দি হত্যা নকৰিলে কিয়?

চুৰেং—মই তোমাৰ ভৰিত ধৰি ক্ষমা খুজিছোঁ সুন্দৰী! মোৰ অপৰাধ হৈছে মোক ক্ষমা কৰা! কি কৰিলোঁ!

[ চুৰেঙে মূৰৰ পাগুৰী ফালি তাৰে ৰেণুৰ ভৰি বান্ধি দিয়ে ]

ৰেণু—ছি! ছি! কি কৰে কোঁৱৰ? পাগুৰীৰ আগেৰে এজনী লিগিৰিৰ ভৰি বান্ধি দিব!

চুৰেং—তাত কি? মোৰ নিজৰ মূৰ্খামীতে তোমাৰ এই অৱস্থা! আৰু ইয়াত কাপোৰকে বা পাওঁ ক'ত?

ৰেণু—নেলাগে, মোৰ এনেয়ে ভাল হব! নেবান্ধিলেও হব।

চুৰেং—নহয়, নেবান্ধিলে তেজ নবব! বান্ধি দিওঁ।

[ ৰেণুৰ ঘা বান্ধি দিয়ে ]

ৰেণু—উস্ মোৰ যে আজি সৰ্ব্বনাশ হ'ল। মই কি বুলি

আজি ডেকাৰজাৰ আগত ইমান পলম হোৱাৰ বাবে ক্ষমা খুজিম! আৰু এই ভৰিৰে কেনেকৈ নাচিম! নাচিব নোৱাৰিলেও যে মোৰ সৰ্ব্বনাশ! ডেকা ৰজাই মোক সুদাই এৰিবনে?

চুৰেং—তোমাৰ কোনো ভয় নাই সুন্দৰী! তুমি মোৰ আশ্ৰয়ত থাকিবা!

ৰেণু—সেই কথাই গা মুজুৰায় কোঁৱৰ। ডেকাৰজাই কালিলৈ ধৰাইনি নাক কাণ কাটি মোক ৰাজ্যৰ বাজ কৰি দিব।

চুৰেং—মই কি এই ৰাজ্যৰ কোনো নহওঁ! তোমাৰ কোনো ভয় নাই সুন্দৰী। মোৰ আশ্ৰয়ত থাকিবা—কাৰ সাধ্য তোমাৰ চুলি এডাল স্পৰ্শ কৰে।

ৰেণু—আপোনালোক ৰাজকোঁৱৰ সকলৰ কথাহে বৰ ডাঙৰ ডাঙৰ! কামৰ বেলিকা হলে একোটো নাই! মই সামান্য লিগিৰি এজনী থাকিলেই বা কি গলেই বা কি? কাৰো একো ক্ষতি নহয়! মোৰ কাৰণে আজি মোৰ আগত কৈছে কাৰ সাহ এডাল চুলি স্পৰ্শ কৰে, কিন্তু এতিয়াই আপোনাৰ চকুৰ আঁৰ হলে এই লিগিৰিৰ নাক কাণ কাটি ডোখৰ ডোখৰ কৰিলেও সোধোঁতা নহব কিয় কাটিলি বুলি?

চুৰেং—এই ৰাজ্যত ককাই দেউৰ যিমান ক্ষমতা মোৰো সিমান। তুমি অকণো শঙ্কা নকৰিবা। মই জীয়াই থাকোঁ মানে তোমাৰ কোনো ভয় নাই। মোৰ মহললৈ ব'লা, তুমি আজিৰ পৰা মোৰ আশ্ৰয়ত থাকিবা।

ৰেণু—এনেয়ে ডেকাৰজা আপোনাৰ ওপৰত খড়্গাহস্ত তাৰ ওপৰত মই আপোনাৰ মহললৈ যাওঁ, মোৰ আৰু কালিলৈ ডিঙিত মূৰ নেথাকে।

চুৰেং—মোৰ ওপৰত খড়্গাহস্ত! মই ককাইদেউৰ কি পানীখোৱা পুখুৰীত বিহ ঢালিছোঁ যে মোৰ ওপৰত ইমান আক্ৰোশ!

ৰেণু—আপোনালোকৰ আঁহে আঁহে কথা, আপোনা-লোকেই জানে ডেকাৰজাৰে আপোনাৰে কিহত বিৰোধ? আমি আৰু সেইবোৰৰ কি ভূ পাওঁ!

চুৰেং—মোৰ কথা বাৰু ককাইদেৱে কিবা কৈছেনেকি?

ৰেণু—আপুনিও ভাল কোঁৱৰ। আমি লিগিৰি—, আমাক নো সেইবোৰ পেটৰ কথা কিয় কবলৈ যাব? কাৰ পেটত কি আছে কোনে জানে?

চুৰেং—মুখ ফুটাই নকলেওতো কথা বতৰাৰ পৰা বুজি পাইছা। তাকেহে সুধিছোঁ কিহৰ পৰা তোমাৰ এনে অনুমান হ'ল।

ৰেণু—আমাৰ অনুমান আৰু কি কোঁৱৰ,—লিগিৰিহঁতৰ সৈতে কোৱা মেলা কৰোঁতে শুনিছিলোঁ। বোলে ডেকাৰজাৰ কোনোবা এজনী লিগিৰিৰ কাৰণে হেনো আপুনি একেবাৰে বলিয়া। তাইক বোলে ডেকাৰজায়ো বৰ ভাল পায়! পিছে লিগিৰি জনীক বোলে আপুনি হাত কৰিবৰ কাৰণে তলে তলে খুব চক্ৰান্ত কৰিছে। সেই দেখি ডেকা ৰজাৰ হুকুম, কোনো লিগিৰি আপোনাৰ মহলৰ ফালে যাব নোৱাৰে।

চুৰেং—[ স্বগতঃ ] তেনেহলেকি মোৰ আশাত অঙ্কুৰতে জলাঞ্জলি দিব লাগিব। কেতিয়াও নহয়! মোৰ প্ৰাণ গলেও নহয়! এই ৰাজ্যত তোমাৰ, যিমান ক্ষমতা মোৰো সিমান! মোৰ স্বাৰ্থৰ বাটত অন্তৰায় হলে মই কাকো ক্ষমা নকৰিম!

ৰেণু—মৌন হ'ল দেখোন কোঁৱৰ। অ' কথা তেনে মিছা নহয়!

চুৰেং—কি মিছা নহয়!

ৰেণু—আপোনাৰে ডেকাৰজাৰে কাজিয়াৰ গুৰি।

চুৰেং—[ স্বগতঃ ] এতিয়াওনো বুজা নাইনে! [ প্ৰকাশ্যে ] যদি জানিলাহেঁতেন! যদি বুজিলাহেঁতেন সুন্দৰী কি দাৰুণ দাবানল এই বুকুৰ ভিতৰত!

ৰেণু—কাৰ কাৰণে কোঁৱৰ? কোন সেই হতভাগিনী!

চুৰেং—এতিয়াও বুজা নাই কাৰ কাৰণে সুন্দৰী? আজি অতদিন সৌ গবাক্ষৰ পৰা যাৰ মুখখনি নীৰৱে চাই চাই কাল নিয়াইছোঁ। যি ছৱিখনি হিয়াৰ সিংহাসনত থাপি নীৰৱে পূজা কৰিছোঁ সেই মানস প্ৰতিমা মোৰ—তুমি—তুমি সুন্দৰী। এবাৰ কোৱা তুমি মোৰ হবা!

ৰেণু—মই! আপনি কৈছে কি কোঁৱৰ! মই যে লিগিৰি!

চুৰেং—লিগিৰি নোহোৱা মোৰ হৃদয় ৰাজ্যৰ অধিশ্বৰী! হয়তো বা এই সুবিস্তীৰ্ণ আহোম ৰাজ্যৰ ভাবী পটেশ্বৰী।

ৰেণু—নকৰ কোঁৱৰ! মোৰ আৰু আপোনাৰ নিজৰ সৰ্ব্বনাশৰ বাট মুকলি নকৰিব।

চুৰেং—মোক বিমুখ নকৰিবা সুন্দৰী! বৰ আশা! বৰ আশা বুকুত বান্ধি তোমাৰ ওচৰ চাপিছোঁ। তাতকৈ লোৱা সৌ তৰোৱাল মোৰ বুকুত বহুৱাই দিয়া।

ৰেণু—ছিঃ কোঁৱৰ! আপুনি কয় কি? আপুনি এই আশা বিসৰ্জ্জন দিয়ক! নহলে আপোনাৰ জীৱনলৈ টনাটনি আৰু মোৰতো মৃত্যু নিশ্চয়।

চুৰেং—তোমাক নেপালে মৰোঁ সিও ভাল। জীৱন থাকে মানে তোমাৰ আশা এৰিব নোৱাৰোঁ। তুমি মোৰ সুন্দৰী! কোৱা সুন্দৰী এবাৰ কোৱা, মোৰ তুমি হবা!

ৰেণু—কেনেকৈ কওঁ কোঁৱৰ! মৰিবলৈ কাৰ ভয় নাই!

চুৰেং—বুজিছোঁ! বুজিছোঁ! মোৰ প্ৰতি সদয় হৈছা! ভয়ত ৰবলৈ সাহ কৰা নাই! একো ভয় নাই সুন্দৰী। তোমাক পাবলৈ মই পৃথিবীৰ সকলোৰে বিপক্ষে ঠিয় দিবলৈকো কুণ্ঠা বোধ নকৰোঁ।

ৰেণু—আপুনি নকৰিব পাৰে। আপুনি পুৰুষ আপোনাৰ ভয় নাই। মই যে নাৰী মোৰতো সিমান সাহ নাই।

চুৰেং—কিহৰ ভয়। তুমি সদয় হোৱা! মই আমাৰ মিলনৰ বাটৰ সকলো কণ্টক দূৰ কৰিম। তেতিয়াতো তোমাৰ কোনো শঙ্কা কোনো ভয় নেথাকে!

ৰেণু—আপুনি জানেনে কোঁৱৰ সেই পথৰ কণ্টক কোন?

চুৰেং—জানো! জানো সুন্দৰী!

ৰেণু—যদি জানে কোঁৱৰ! তেন্তে এই আশা পৰিত্যাগ কৰক!

চুৰেং—জীৱন থাকে মানে নহয়! ডেকাৰজা! ডেকাৰজা তোমাৰে মোৰে মিলনৰ পথৰ অন্তৰায়!

ৰেণু—সেই ডেকাৰজা আপোনাৰ ককাইদেৱেক!

চুৰেং—হলেই বা! একো ক্ষতি নাই। ককাইদেও হলেও মোৰ ইচ্ছাত বাধা দিলে মই ক্ষমা নকৰিম।

ৰেণু—বাধা দিলে কি—দিছেই আৰু দিবও। আপোনাৰ আশা মিছা।

চুৰেং—মিছা! মই হত্যা কৰি হলেও কণ্টক দূৰ কৰিম।

ৰেণু—পাৰিব—পাৰিব কোঁৱৰ!

চুৰেং—নিশ্চয় পাৰিম—কোৱা মোক—এবাৰ মুখ ফুটাই কোৱা তুমি—তুমি মোৰ হবা?

ৰেণু—যেতিয়া পাৰিব তেতিয়া। এতিয়া আহোঁহে কোঁৱৰ,—মোৰ বহুত পলম হল!

চুৰেং—আকৌ কলৈ যাবা সুন্দৰী? যেতিয়া মোৰ হৃদয় আকাশত ৰঙা-বেলি ৰেঙাইছে—এবাৰ আহাঁ প্ৰাণেশ্বৰী তাৰ পূৰ্ণ উদয় হওক!

ৰেণু—মই কোৱা কথা পাহৰি নেযাব কোঁৱৰ।

চুৰেং—নাই পাহৰা সুন্দৰী! মই কণ্টক দূৰ কৰিম। নিশ্চয় কৰিম। মোক লাগে তোমাক।

ৰেণু—যেতিয়া কণ্টক আপোনাৰ দূৰ হব তেতিয়া বিচাৰ কৰিব কোঁৱৰ। তাৰ আগেয়ে নহয়।

চুৰেং—নহয়—নহয় তুমি ইমান নিষ্ঠুৰ হব নোৱাৰা!

এবাৰ আহাঁ মোৰ ইমান দিনৰ অন্তৰৰ পোৰণী চেঁচা কৰি যোৱা! মোৰ হৃদয়ত বল দি যোৱা।

[ বেণুৰ ফালে আগবাঢ়ি যায়, বেণু আঁতৰ হয়। ]

বেণু—মই যি কলোঁ পাহৰি নেযাব কোঁৱৰ! নহলে আপোনাৰ সমূহ বিপদ। মই যাওঁ—মোক যাবলৈ দিয়ক।

চুৰেং—নেযাবা—নেযাবা—

[ বেণুক ধৰিবলৈ খেদি যাওঁতে এপাত কাঁড় আহি চুৰেঙৰ বাহুৰ ওচৰেদি যায়। চুৰেং থমকি ৰই তৰোৱাল ডাঙি লয়। ]

ইকি? কাৰ এনে দুঃসাহস! কোনে আজি মৃত্যুক মাতিছে—

[ হাতত ধেনু আৰু খোলা তৰোৱাললৈ উগ্ৰমূৰ্ত্তি চুক্লেন কোঁৱৰ সোমাই আহে ]

চুক্লেন—পিশাচ! অকলে পাই এজনী অবলাৰ ওপৰত অত্যাচাৰ কৰিবলৈ ওলাইছ? নিলাজ পশু মৃত্যুয়েই তোৰ উপযুক্ত শাস্তি!

চুৰেং—তুমি! তুমি ডেকাৰজা! তুমিয়েই গুপ্ত ঘাতকৰ দৰে মোকে লক্ষ্য কৰি কাঁড় মাৰিছিলা?

চুক্লেন—ময়ে মাৰিছিলোঁ। ভাবিছ সাৰি গলি! নহয়—এনে পাপৰ শাস্তি মৃত্যু—প্ৰস্তুত হ ভীৰু।

[ তৰোৱাল ডাঙে ]

চুৰেং—কাপুৰুষ! ল তেনে উপযুক্ত শাস্তি।

[ তুয়োৰে যুদ্ধত চুক্লেন কোঁৱৰৰ তৰোৱাল পৰি যায়। চুৰেঙে সুবিধা বুজি হাতত ধৰি চুক্লেনৰ ডিঙিলৈ তৰোৱাল ডাঙি ঘাপ মাৰিব খোজোঁতেই কণচেং বৰপাত্ৰ গোহাঞীদেও বেগাই সোমাই আহি চুৰেঙৰ হাতত থাপ মাৰি ধৰি তৰোৱাল কাঢ়ি লয়। ৰেণুৱে একেথিৰে কণচেঙৰ ফালে চাই থাকে। ]

—আঁৰ কাপোৰ—

---

## সপ্তম দৃশ্য

### নগা কুঁৱৰীৰ মৈদাম

[ কোছত আৰু হাতত কিছুমান ফুল লৈ কণচেং সোমাই আহি মাকৰ মৈদামত সেৱা কৰি ফুল বিলাক চতিয়াই দিয়ে। ]

কণচেং—আই মোৰ! পৰমাৰাধ্যা জননী মোৰ! হৃদয়ত বল দিয়া! তোমাৰ সেৱাই যেন তোমাৰ হতভাগ্য সন্তানৰ জীৱনৰ ব্ৰত হয়। শক্তি দিয়া আই মোৰ, যেন তোমাৰ সেৱাতে জীৱন পাত হয়।

[ খুণবাও সোমাই চাই থাকে। কণচেং সেৱা কৰি উঠি খুণবাওক দেখি আচৰিত হয়। তুয়ো তুয়োলৈ ঠৰ হৈ চাই থাকে। ]

খুণবাও—চেংলুং! চেংলুং!

কণচেং—বুবু! কিয় আহিলি বুবু?

[ তুয়ো তুয়োক সাবটি ধৰে ]

খুণবাও—কিয় আয়িলে! তুৰ আতভে মৰিপ আয়িলে! জাতি ল চেংলুং—মুৰ বুকুতে বউয়া—

কণচেং—বুবু—বুবু—

খুণবাও—একু উনিব অয়া নাই—মৰিব আয়িছে! জাতি ল চেংলুং!

কণচেং—মোক ক্ষমা কৰ বুবু—

[ খুণবাওৰ ভৰি দুটাত সাবট মাৰি ধৰে। ]

ক বুবু—লুকু ভালে আছে?

খুণবাও—লুকু কতা উদিছে—লুকু পালে পাঅৰা নাই চেংলুং?

কণচেং—লুকুক পাহৰিম! ক বুবু! লুকু কেনে আছে?

খুণবাও—তআঁতি অঅম মানু, নকাকিনি ছুক কি জানি পাব! নকা অলে মৰি কলে কাৰ পালে ইমান ছুক দেকিব লুয়াৰে!

কণচেং—তোৰ গুৰিত মই সেই নগা বুবু!—তোৰ সেই চেংলুং—মোক পৰ নেভাবিবি—!

খুণবাও—তুৰ পালে পৰ বাবিলে তুৰ আতভে মৰিপ আয়িব কেলে চেংলুং?

কণচেং—লুকুক কৰি বুবু মই যাম! দেশত ৰণ লাগিছে সেই দেখি যাব পৰা নাই।

খুণবাও—আমাৰ উনি পাইছে চেংলুং, অঅম মানু তুৰ পালে ভানৰ বিকয়া পাভিছে। চেংলুং ভানৰ মানু অইছে!

কণচেং—মই ভাঙৱ আছিলোঁ তোৰ গুৰিত বুবু! মই ডাঙৱ আছিলোঁ হাবিৰ পহু খাই জুৰিৰ পানী খাই গছৰ গুটি খাই!—মুকলি মনেৰে পৰ্ব্বতে পাহাড়ে ঘূৰি ফুৰি!—আজি মই সৰু—নিচেই সৰু! লোৰ পিঁজৰাত বন্দী মইনা চৰাইৰ দৰে পৰৰ বন্ধুৱা গোলাম।

থুণবাও—তেনেঅলে আক' আয়িবি চেংলুং! আবিত পউ ৰকম আক' পৰ্পত বৈয়াম গুৰি লুকু লকতে দেমালি কৰি পুৰিবি। আক' অদায় দিন তুকে দেকি পাম। লুকু মুকত আঁয়ি দেকি পাম!

কণচেং—তেন্তে কি হাঁহিৰ নিজৰা—বনৰ পখিলি লুকুৰ মুখত হাঁহি নাই! ৰাংধালী কেতেকীৰ ৰঙৰ কুকুলি নাই!

থুণবাও—নাই—চেংলুং—! পকিলিৰ ৰণা ডেউকা বাঙি পৰিলে—আৰু কি উৰিব—আৰু কি আঁয়িব।

কণচেং—ময়ে সেই ৰাক্ষস বুবু! উস্ কি কৰিলোঁ! ৰাক্ষস মই! পিশাচ মই। মোৰ কাৰণেই লুকুৰ আজি এনে অবস্থা! কি সৰ্ব্বনাশ কৰিলোঁ! কিয় এই জ্বলা জুইত জাপ দিলোঁ! স্বৰ্গ এৰি কিয় এই নৰকত পচি মৰিলোঁ! কি কৰিলোঁ! কি স্বৰ্গীয় সেই অনাবিল শান্তি ভৰিৰে ঠেলি আজি নৰকৰ লালসাত ডুবগৈ নিজৰ অস্তিত্বকো বিস্মৃতিৰ অতল গৰ্ভত ডুবাই দিছোঁ। কি মহাভুল! অযাচিতে পোৱা অমৃত ভৰিৰে ঠেলি হলাহল বিহ পান কৰিলোঁ। নহয়! আৰু নহয়! আৰু বন্ধনত আবদ্ধ নহওঁ। পিঞ্জৰ ভাঙি

মুক্ত পখি মুক্ত পক্ষ বিস্তাৰ কৰি মুক্ত আকাশত বিচৰণ কৰিবলৈ আকৌ উৰি গুচি যাব। যাম। যা—বুবু। মই যাম। লুকুক চাবি, কবি, মই যাম। লুকুৰ ভৰিত ধৰি মোৰ অপৰাধৰ ক্ষমা খুজিম গৈ। এবাৰ চাম যদি লুকুৰ মুখৰ সেই হেৰোৱা হাঁহিৰ পুনৰুদ্ধাৰ কৰিব পাৰোঁ। নহলে নিজৰ ওপৰত প্ৰতিশোধ লম। এনে প্ৰতিশোধ লম যাক কোনেও কেতিয়াও কল্পনাও কৰিব পৰা নাই। যা বুবু। মই যাম।

খুণবাও—আয়িবি চেংলুং!

কণচেং—যাম বুবু! যোৱাৰ আগতে এবাৰ ৰজাক কৈ আহিম। ৰজাই পতা বিষয়া মই—মোৰ এই অশান্তিৰ আবৰণ এই পৰিচ্ছদ আকৌ শোধাই দি আকৌ মুক্ত আকাশৰ তলত বিচৰণ কৰিবলৈ গুচি যাম। যা বুবু। মই যাম। সঁচাই কৈছোঁ মই যাম। তই যা।

[ খুণবাওৰ প্ৰস্থান ]

কিয় মোৰ বুকু কঁপি উঠিল! ই আকৌ কি অমঙ্গলৰ সূচনা নহয়! একো নেমানো! একো নুশুনো! যাম, নিশ্চয় যাম।

[ প্ৰস্থান ]

[ কোছত কিছুমান ফুলৈল বেণুৰ প্ৰবেশ ]

বেণু—কৰ নোৱাৰোঁ কোন তোমাৰ পূজাৰ পাত্ৰ! কোন তোমাৰ নীৰৱ গোপন আৰাধনাৰ প্ৰতিমা! যেয়ে হওক,

মোৰ আৰাধনা তুমি! ইয়ালৈকে তুমি আহাঁ, ইয়াতে তোমাৰ পূজা দি শুচি যোৱা—! মযো মোৰ সজীৱ দেৱতাৰ জীৱন্ত মূৰ্ত্তিৰ এই খিনিতে এবাৰ গোপন দৰ্শন কৰি মোৰ অৰ্ঘ্য দি গুছি যাওঁ! অন্তৰৰ গোপন কথাটি কওঁ বুলি কব নোৱাৰোঁ,—নীৰৱ যন্ত্ৰণাত ছাতিফুটি কৈ দেই পুৰি মৰোঁ। কিয় তুমি মোৰ দৃষ্টিৰ পথত উদয় হলাহি—মোৰ সাধনাত বাধা দিলাহি? সেই দিনা—সেই দিনাই মোৰ সাধনাৰ মোৰ কৰ্ত্তব্যৰ অৰ্দ্ধেক সিদ্ধি হলহেঁতেন; তুমি কিয় বাধা দিলাহি? তুমি আহি উপস্থিত নহলে কালৰ সোঁত আনফালে ব'লে হেঁতেন! কি কৰিলা? কিয় এই হতভাগিনীৰ এনে দুৰ্গতি কৰিলা! যি মুহূৰ্ত্তে তোমাক দেখিছোঁ। প্ৰাণমন সকলো সমৰ্পণ কৰিছোঁ। সেই মুহূৰ্ত্ত অবধি তোমাৰ চিন্তা তোমাৰ সেই মোহন মূৰ্ত্তিৰ ধ্যানে মোক সকলো পাহৰাই দিছে। যি কৰ্ত্তব্য সন্ধানত এই নৰকত সোমাইছোঁ তোমাৰ চিন্তাই যে মোৰ সেই কৰ্ত্তব্যও পাহৰাই দিছে! কিয় এনে সৰ্ব্বনাশ কৰিলা! মোৰ কি কৰিলা!

[ কণচেঙে সিচা ঠাইত ফুলবিলাক সিচি দিয়ে ]

হে মোৰ দেৱতা! হে প্ৰিয়! লোৱা, তোমাৰ উদ্দেশ্যে অৰ্পণ কৰিছোঁ!

[ লাহে লাহে প্ৰস্থান আৰু পিছতে ধেমুত্ত কাঁড় জুৰিলৈ চুবেং কোঁৱৰৰ প্ৰবেশ ]

চুবেং—ইয়ালৈকে সি আহে। আজিও হয়তো আহিব!

নহয়, এই ফুল যে বাহি নহয়—আজি দিয়া! তেন্তে! তেন্তেকি গ'লহি! সাৰিলি পিশাচ! আজিও সাৰিলি! ক'ত সাৰিবি? কিমান দিন সাৰিবি। কলৈ পলাবি? কিমান দিন পলাই সাৰিবি? মোৰ কৰ্ত্তব্যত বাধা দি— মোৰ জীৱনৰ উদ্দেশ্য নিষ্ফল কৰি ক'ত লুকাই সাৰিবি পিশাচ? আগেয়ে তই, তাৰ পিছত ডেকাৰজা। ভাবি-ছিলোঁ আজিয়েই তোৰ শেষ কৰিম। এই সমাধিয়েই তোৰ সমাধি হব। সাৰিলি। সাৰি গলি। আৰু এটাদিন পৰমায়ু পালি! লগে লগে কোৰো যে মিলনৰ শুভ মুহূৰ্ত্তৰ এটা দিন বাঢ়ি গ'ল! নহয়। পলম কৰিলে নহব। অন্য উপায় ধৰিব লাগিব! পাইছোঁ! পাইছোঁ পিশাচ! সেয়ে ঠিক। আজি ৰাতি। আজিৰ নিদ্ৰাই তোৰ চিৰনিদ্ৰা হব! তোক জীৱন্তে দাহণ কৰিব লাগিব। তোৰ শোৱনী ঘৰত— যেতিয়া মাজ নিশা টোপনীত অচেতন থাকিবি—তেতিয়া— ঠিক হব! উপযুক্ত উপায়—অতি সজ—অতি সহজ! নিজেই কৰিম কাকো নেপাছোঁ! মাজ নিশা! মাজ নিশা জুই দিম কোনেও নেজানিব—কোনেও অনুমান কৰিব নোৱাৰিব! এইবাৰ—এইবাৰ চাম কেনেকৈ সাৰ নৰাধম! তাৰ পিছত—কালিলৈ—ডেকাৰজা—

[ প্ৰস্থান ]

—পট পৰে—

## অষ্টম দৃশ্য

[ ৰজাৰ চ'ৰা। স্বৰ্গদেও চুহুম্মুং অকলে।]

চুহুম্মুং—কুক্ষণত শিঙৰী ঘৰত উঠি এই সিংহাসন লাভ কৰিছিলোঁ। লোকে কয় ৰজাসুখ। ইয়াতকৈ পৃথিৱীত কিবা ডাঙৰ দুখ আছে নে? ইমান চিন্তা, ইমান দুৰ্ভাবনা। তিল তিলকৈ জীৱন দগ্ধ কৰি পেলায়। ৰণৰ কথাত নিশ্চিন্ত আছোঁ। বুঢ়া গোহাঞী ডাঙৰীয়া নিজে গৈছে বুলি। তথাপিও আজিলৈকে যিমান বাতৰি পাইছোঁ আমাৰ পক্ষৰ বিশেষ মঙ্গলজনক একো শুনা নাই। কব নোৱাৰোঁ কি হয়! ইফালে ঘৰত এই অশান্তি,—একে মাতৃৰ স্তনদুগ্ধ খাই পৰিপুষ্ট হোৱা মোৰ দুই জ্যেষ্ঠ কোঁৱৰৰ বিৰোধ। সেই দিনা শুনিছোঁ। বৰপাত্ৰ ডাঙৰীয়াই বাধা নিদিয়া হলে এটাৰ প্ৰাণ গ'লহেতেন! কুক্ষণত এনে পুত্ৰৰ পিতা হৈছিলোঁ! দেশত ৰণ! ঘৰৰ ভিতৰত এই অশান্তি! মই কি কৰোঁ! মই যে উপায়কে স্থিৰ কৰিব নোৱাৰোঁ। ক'তা বৰগোহাঞী ডাঙৰীয়াও ইমান পৰে নাহিল!

[ নগাৰ সাজত হাতত নগা জাঠিলৈ আৰু আহোমৰ ৰাজ পৰিচ্ছদ তৰোৱাল আদি হাতত লৈ কণচেঙৰ প্ৰৱেশ। ]

ই আকৌ কি ৰহস্য বৰপাত্ৰ! এই সাজে তোমাক বৰ শুৱায় ভাই! ইচ্ছা হয় তোমাক সদায় এই সাজতে দেখা পাওঁ।

কণচেং—আৰু হয়তো দেখা নেপাব স্বৰ্গদেও! মই আজি

বিদায় লবলৈ আহিছোঁ। এই লওক স্বৰ্গদেও, আপুনি অনুগ্ৰহ কৰি দিয়া ৰাজ পৰিচ্ছদ আৰু অস্ত্ৰ! মোক বিদায় দিয়ক।

চুহু—বিদায় দিম! কিয় ভাই—এবাৰ মোক ভাই বুলি মোক তোমাৰ ভ্ৰাতৃত্বৰ দুৰ্ভেদ্য আবৰেণেৰে আবৰি ধৰি আকৌ কিয় এৰি গুচি যাবলৈ ওলাইছা? কোৱা ভাই, কি হ'ল? হঠাৎ কিয় এই পৰিবৰ্ত্তন—একে ৰাতিতে চেহেৰাৰো ইমান পৰিবৰ্ত্তন।

কণচেং—একো নহয় স্বৰ্গদেও। গোটেই ৰাতি উজাগৰে থকাৰ বাবেই হয়তো অলপ ক্ষীণ দেখিছে।

চুহু—গোটেই ৰাতি উজাগৰে কি এনে দুশ্চিন্তাত কটালা ভাই?

কণচেং—দুশ্চিন্তাত নহয় স্বৰ্গদেও। মোৰ স্বৰ্গীয়া জননীৰ গুৰিত বিদায় লবলৈ গৈ মাতৃৰ মৈদামতে গোটেই ৰাতি কটাই এইমাত্ৰ তাৰ পৰা স্বৰ্গদেওৰ ওচৰত বিদায় লবলৈ আহিছোঁ। মোক বিদায় দিয়ক স্বৰ্গদেও! মই যাওঁ! ইমান দিনে যদি কিবা অপৰাধ কৰি আছোঁ ক্ষমা কৰিব।

[ ৰজাক সেৱা কৰে ]

চুহু—তুমি কি অপৰাধ কৰিবা ভাই! হয়তো অপৰাধ কৰিছোঁ মই! যাৰ বাবে মোক আজি এনে দৰে দগ্ধ কৰি গুচি যাবলৈ ওলাইছা! মোক ক্ষমা কৰা ভাই! কোৱা ভাই কিয় যাবা? কলৈ যাবা?

কণচেং—সুসুধিব স্বৰ্গদেও! হয়তো বেলি হলে এই

বন্ধন ছিন্ন কৰিব নোৱাৰিম। ভাবিব, ই এটা পাগলৰ খিয়াল! বন্ধনত আবদ্ধ থাকি ভাল নেলাগে বুলি মুক্ত আকাশৰ তলত মুকলিমূৰীয়া হৈ বিচৰণ কৰিবলৈ ওলাইছোঁ। মই আহোঁহে স্বৰ্গদেও

[ পৰিচ্ছদাদি ৰজাৰ আগত থৈ বেগাই প্ৰস্থান ]

চুহু—গুচি গ'ল! ৰাখিব নোৱাৰিলোঁ! কণচেং! ভাই মোৰ! মোৰ যে সোঁ বাহু চিগি গ'ল! মোৰ যে সৰ্ব্বনাশ হ'ল!

[ ৰজা মৌন হৈ থাকে আৰু চাও বৰগোহাঞীৰ প্ৰবেশ ]

চাও—স্বৰ্গদেও!

চুহু—কোন? ডাঙৰীয়া!

চাও—আজি স্বৰ্গদেওক ইমান বিহ্বল দেখিছোঁ কিয়?

চুহু—অকল বিহ্বল! এয়ে ভাল যে এতিয়াও জীয়াই থকা দেখিছে!

চাও—ৰণৰ কিবা অমঙ্গল বাতৰি আহিছেনে কি স্বৰ্গদেও?

[ ৰৰতি চোৰাংচোৱাৰ প্ৰবেশ ]

কি বাতৰি চোৰাংচোৱা?

ৰৰতি—বাতৰি বুকু ফাটি যোৱা স্বৰ্গদেও! গ'লৰাতি কোনোবাই নগা বৰপাত্ৰ ডাঙৰীয়াৰ ঘৰত জুইদি ডাঙৰীয়াক ঘৰৰ ভিতৰতে পুৰি মাৰিলে!

চাও—কি! কি কলি? কোন সি নৰাধম! কাৰ ইমান সাহ! কাৰ উচ্ছন্ন যাবৰ কাল চাপিছে!

চুহু—কোন সি নৰাধম? ধৰিব নোৱাৰিলি কোনে জুই

দিলে ? কি কৰিছিলি পিশাচ ! এই দৰেই তইঁতৰ কৰ্ত্তব্যত হেলা কৰি মোৰ সৰ্ব্বনাশ কৰ। ক নৰাধম কোনে জুই দিলে ! শাস্তি তাৰ জীয়ন্তে দাহণ ! ক, নহলে উগ্ৰ শাস্তি তোক দিম।

বৰতি—[ কঁপি কঁপি ] বন্দীৰ কামত বন্দীয়ে হেলা কৰা নাই—স্বৰ্গদেও ! বন্দীৰ কোনো অপৰাধ নাই।

চুহু—তেন্তে ক, কোনে এই কাম কৰিলে ?

বৰতি—কবলৈ সাহ নহয় স্বৰ্গদেও। কব পাৰোঁ যদি বন্দীক অভয় দিয়ে।

চাও—ক, চোৰাংচোৱা। তোৰ কোনো ভয় নাই।

বৰতি—স্বৰ্গদেও।

চুহু—অভয় দিছোঁ। ক, কোন সি নৰাধম ?

বৰতি—স্বৰ্গদেও, গ'লৰাতি বন্দী যেতিয়া ৰাজ ওলাওঁ মানুহে শুই নিহপালি দিছে। ৰাতি তেতিয়া দুপৰ লাহ্ দিছে মাথোন। বন্দীয়ে বৰবৰুৱাৰ হাউলীৰ ওচৰৰ পৰা জুই দেখা পাই লৰি আহোঁ। এটা মানুহ লৰি অহা দেখা পালোঁ। বন্দীয়ে জুই নেদেখি মানুহটোকে ধৰিবলৈ প্ৰাণ টাকি লৰ দিলোঁ। মানুহটোক, ৰজাৰ হাউলী পাওঁ পাওঁ হৈছে এনেতে বন্দীয়ে পিছ ফালৰ পৰা গৰা মাৰি ধৰিলোঁহি। জোনৰ পোহৰত যেতিয়া তাৰ মুখখন দেখিলোঁ স্বৰ্গদেও, বন্দীৰ হাত ঢিলা হৈ গ'ল ! একেঠৰে সেই মুখ খনৰ ফালেহে চাই থাকিলোঁ ! হাত এৰিদিলোঁ ! সিও তাৰ পিছতে ৰজাৰ হাউলী সোমাল !

চুহু—ৰজাৰ হাউলী সোমাল! কোন সি নৰাধম! ক, বৰতি কোন সি? হাতত পায়ো তাক এৰি দিলি? মোৰ হাউলীৰ ভিতৰত কোন সি ৰাজদ্ৰোহী? ক, তাৰ মুখ তই দেখিছিলি! তই চিনি পাৱ তাক!

বৰতি—চিনো স্বৰ্গদেও! বৰতিয়ে স্বৰ্গদেওৰ চাকৰি কৰি চুলি পকাইছোঁ, আজিলৈকে মিছা কথা কোৱা নাই।

চুহু—ক, কোন সি? তাৰ শাস্তি জীৱন্তে দাহণ!

বৰতি—বন্দীক ক্ষমা কৰিব স্বৰ্গদেও। বন্দীয়ে তাৰ নাম কব নোৱাৰোঁ! প্ৰাণ গলেও নোৱাৰোঁ!

চুহু—নোৱাৰ! এই ৰাজ্যৰ ৰজা মই! মোতকৈ তোৰ সেই ৰাজদ্ৰোহীলৈ বেছি ভয়?

বৰতি—ভয় নহয় স্বৰ্গদেও! ভয় কাক বোলে বৰতিয়ে নেজানে। খুৰৰ ধাৰেদি বগাই বৰতিয়ে স্বৰ্গদেওৰ চোৱাং চোৱা হৈ নিমখ খাইছোঁ, ভয় কি, ইমান দিনে জনা নাই। কালি যেতিয়া মুকলি হৈ সি খাপৰ তৰোৱাল উলিয়াই মোলৈ ডাঙ্গি ললে বন্দীয়ে তেতিয়া বুকু পাতি থিয়দি ইয়াকে মাথোন কলোঁ—"কালিলৈ স্বৰ্গদেওৰ আগত যেন এই কথা প্ৰকাশ কৰিবলৈ মই জীয়াই নেথাকোঁ। মোক কাটা এইয়া বুকুপাতি থিয় দিছোঁ"। জোনৰ পোহৰত চিকমিকোৱা তৰোৱাল আকৌ লাহে লাহে তাৰ খাপত সোমাল। মোক নেকাটিলে স্বৰ্গদেও। এবাৰ মোৰ ফালে তীক্ষ্ণদৃষ্টিৰে চাই হাউলী সোমাল।

চুহু—কোন সি? কব লাগিব বৰতি! মোৰ ৰুদ্ৰৰ

ভিতৰত শত্ৰু! তাকো মোৰ বিশ্বাসী অনুচৰে হাতত পাই এৰি দিয়ে! শত্ৰু নিপাতৰ যত্ন নকৰি ৰাজদ্ৰোহীক প্ৰশ্ৰয় দিয়ে। তেন্তে মই কি কিছুমান বিদ্ৰোহীৰ মাজত! বিদ্ৰোহী অনুচৰলৈ বিদ্ৰোহী প্ৰজাৰ ওপৰত শাসন দণ্ড ধৰিছোঁ! ক, বৰতি, কোন সি পিশাচ!

বৰতি—ক্ষমা কৰিব স্বৰ্গদেও। নাম মই তাৰ কব নোৱাৰোঁ।

চুহু—কব লাগিব বৰতি! নতু জিভা তোৰ কাটি কাটি কুকুৰক খুৱাম।

বৰতি—তাতোকৈ ডাঙৰ কিবা শাস্তিৰ বিধান কৰিলেও নোৱাৰোঁ স্বৰ্গদেও।

চুহু—বুজিছোঁ, তয়ো এই বিদ্ৰোহী দলৰ সহায়কাৰী। বেছ কথা। উপযুক্ত শাস্তিৰেই মই বিধান কৰিম। প্ৰহৰী।

প্ৰহৰী—[ প্ৰবেশ কৰি ] স্বৰ্গদেও।

চুহু—যা, চাওদাঙক মাতি আন। মোৰ সম্মুখত আজি ইয়াৰ নাক কাণ কাটি চকু কাঢ়ি তাৰ পিছত জিভা টানি বাহিৰ কৰিব লাগিব। যা—

[ প্ৰহৰীৰ প্ৰস্থান ]

সকলো বাইজে দেখক, ৰাজদ্ৰোহী বিশ্বাস-ঘাতকৰ শাস্তি কি ভীষণ।

বৰতি—ৰাজদ্ৰোহী! আজি ছকুড়ি বছৰ স্বৰ্গদেওৰে নিমখ খাইছোঁ স্বৰ্গদেওৰে চাকৰি কৰি চুলি পকাইছোঁ— কেতিয়াও কামৰ হেলা কৰা নাই—ৰাজদ্ৰোহী মই নহয়

কোন ? স্বৰ্গদেওৱে ইচ্ছাত স্বৰ্গদেওৱে বৰকুঁৱৰী চলোঁতে নিজৰ পুত্ৰক নিজ হাতে, শিলেৰে বুকু বান্ধি জীয়াই জীয়াই পুতি থৈ আহিও—বিনা বাক্যব্যয়ে গোলামী কৰিছোঁ স্বৰ্গদেওৰ—ৰাজদ্ৰোহী মই নহয় কোন ?

চুহু—এতিয়াও ক, বৰতি। এতিয়াও সময় আছে। কোন সি পিশাচ ?

বৰতি—মনত পৰেনে স্বৰ্গদেও, গোঁসানীৰ আগত বলি দিবলৈ নিখুঁত ছাগলী বাছি অনাৰ দৰে মোৰ দহবছৰীয়া ঠাণুক বাছি আনিছিল। মাউৰা বোপাইৰ মোৰ—ময়ে আছিলোঁ মাক ৰজাৰ ইচ্ছাই ঈশ্বৰৰ ইচ্ছা বুলি তাকো সহিছিলোঁ স্বৰ্গদেও! সহিছিলোঁ স্বৰ্গদেও ঠাণুৰ মুখখনিৰ দৰে আৰু এখন মুখ চাই! সেই মুখকে চাই আজিও ঠাণুক মোৰ পাহৰি আছোঁ। সেই মুখকে দেখিছিলোঁ স্বৰ্গদেও গ'লবাতি! ইমান দিনে তাক চকুৰে দেখিয়েই তৃপ্তি পাই আছিলোঁ। কালি তাক প্ৰথম স্পৰ্শ কৰিছিলোঁ! উস্ সি যে কি সুখ! যেতিয়া তাক সাবটি ধৰোঁ মোৰ যেন কত জনমৰ বুকুৰ ভাৰ পাতলি গ'ল! তাৰ কোমল গাত গা লাগি মোৰ হাত ভৰি অৱশ হৈ গ'ল স্বৰ্গদেও! পুত্ৰস্নেহ যে কি বস্তু এবাৰ নিজ পুত্ৰক জীয়াই জীয়াই পুতিব নোৱাৰিলে বুজিব নোৱাৰি!

চুহু—এতিয়াও ক বৰতি! নহলে—

বৰতি—নহলে আৰু কি স্বৰ্গদেও! চাণ্ডালে মোৰ নাক কাণ কাটিব। চকু কাঢ়িব! জিভা টানি বাজ কৰিব!

তাৰ ভয় বৰতিয়ে নকৰে স্বৰ্গদেও! হয়তো যন্ত্ৰণাত মোৰ এই জিভাই বিশ্বাসঘাতকতা কৰিব! তাৰো বাট বন্ধ কৰিম স্বৰ্গদেও! এই জিভাই মোৰ কিমানৰ সৰ্ব্বনাশ কৰিছে—আজীৱন মোৰ গোলামী কৰিছে কোনোকালে মোৰ অবাধ্য হোৱা নাই। আজি মোৰ এই জীৱন মৰণৰ সন্ধিস্থলত হয়তো যন্ত্ৰণা সহিব নোৱাৰি মোৰ অবাধ্য হব! নিদিওঁ! নিদিওঁ স্বৰ্গদেও! এইয়া চাওক তাৰো বাট বৰতিয়ে বন্ধ কৰিলে!

[ নিজৰ হাতেৰে জিভা টানি নিজৰ তৰোৱালেৰে কাটি পেলায় ]

চাও—কি কৰিলি? কি কৰিলি বৰতি! [ স্বগতঃ ] কি সৎসাহস! কি মানসিক বল! [ প্ৰকাশ্যে ] এনে দৃশ্য জীৱনত এয়ে প্ৰথম দেখিলোঁ! এনে কৰ্ম্মচাৰী পোৱাও পৰম ভাগ্য—আৰু হেৰুৱাও অতি দুৰ্ভাগ্য!

[ চাওদাং আৰু প্ৰহৰীৰ প্ৰবেশ ]

চাওদাং—[ সেৱা কৰি ] বন্দীৰ প্ৰতি কি আজ্ঞা হয় স্বৰ্গদেও।

[ ৰজাই তলমূৰ কৰে। বৰতি চাওদাঙৰ ওচৰ চাপি যায় আৰু হাতেৰে নাক কাণ কাটিবলৈ ইঙ্গিত কৰে ]

চাও—চাওদাঙক আজ্ঞা দিয়ক স্বৰ্গদেও। নতুবা অনুমতি কৰক সম্প্ৰতি বিদায় দিওঁ।

চুহু—নহয় ডাঙৰীয়া, এই ৰহস্যৰ ভেদ ভাঙিবই লাগিব। মোৰ মহলৰ ভিতৰত কোন সেই বিদ্ৰোহী! মোৰ প্ৰাণলৈ শান্তি নাহে ডাঙৰীয়া যেতিয়ালৈকে সেই বিদ্ৰোহীক জীৱন্তে

দাহণ কৰিব নোৱাৰোঁ। মোৰ বিশ্বাস হৈছে ডাণ্ডৰীয়া এই বিদ্ৰোহৰ মূলত মোৰ দুই জ্যেষ্ঠ কোঁৱৰ আছেই আছে। সিহঁতেই এই কাৰ্য্য কৰিছে। ৰজা মই মমতা কৰিলে নহব! কঠোৰ হাতেৰে ৰাজদণ্ড ধৰিম। এদিন নগাকোঁৱৰেই সিহঁতক কটাকটিকৈ মৰাৰ পৰা ৰক্ষা কৰিছিল! সিহঁতৰ যত্ন নিষ্ফল কৰি সিহঁতক সুপথলৈ আনিবৰ যত্ন কৰিছিল! সেই কাৰণেই ভাই মোৰ পুত্ৰৰ বিপক্ষে মোক গোচৰ দিব লাগে বুলিয়েই ৰাজ্য এৰি গুচি গলা। এবাৰ নকলা! ঘূণাক্ষৰেও মোক জানিব নিদিলা যে এই অত্যাচাৰেই তোমাৰ এই পাপ ৰাজ্য এৰি যোৱাৰ কাৰণ। মই বুজিছোঁ ডাণ্ডৰীয়া! সকলো কথা এতিয়া মোৰ পৰিষ্কাৰ অনুমান হৈছে। মই পাইছোঁ ক'ত এই বিদ্ৰোহৰ গুৰি! ইয়াৰ উপযুক্ত বিধান দিম ডাণ্ডৰীয়া! মোৰ বাহিৰৰ শত্ৰুত কৈ দেখিছোঁ ঘৰৰ ভিতৰৰ শত্ৰুহে ডাঙৰ। ভিতৰৰ শত্ৰুয়েহে মোৰ সৰ্ব্বনাশ কৰিব! প্ৰহৰী!

প্ৰহৰী—স্বৰ্গদেও!

চুহু—এই মুহূৰ্ত্ততে গৈ বন্দিশালৰ বৰুৱাক য'তে আছে ত'তে মোৰ আজ্ঞা শুনাবি—মোৰ দুই জ্যেষ্ঠ কোঁৱৰ চুক্লেন আৰু চুৰেঙ্গক বন্দি কৰিব লাগে। আজিয়েই। চাবি যেন পলম নহয়। যা চাওদাং তয়ো যা। দুই পুত্ৰ বন্দী নোহোৱালৈকে যেন ঘূণাক্ষৰে এই কথা প্ৰকাশ নেপায়। যদি কিবা সন্তেদ পাই মোৰ পুত্ৰ পলাই সাবে তহঁতৰ শাস্তি মৃত্যু। যা শীঘ্ৰে যা। [ প্ৰহৰী আৰু চাওদাঙৰ প্ৰস্থান ]

চাও—স্বৰ্গদেও। একেবাৰেই অনুমানৰ ওপৰত—এনে—

চুহু—মোক বাধা দিবৰ চেষ্টা নকৰিব ডাঙৰীয়া ই অনুমান নহয়! ই ধ্রুব সত্য!

চাও—স্বৰ্গদেওৱে পুত্ৰ! দোষ কৰিলেও এই বাৰলৈ ক্ষমা কৰিলে একো অনিষ্ট নহয়। দেশৰ এনে শঙ্কট কালত এটা অশান্তিৰ বাট বঢ়োৱাহে হব।

চুহু—অশান্তি আৰু কি বাঢ়িবৰ বাকী আছে ডাঙৰীয়া! মমতায়ে মোৰ সৰ্ব্বনাশ কৰিছে। আৰু নহয় ডাঙৰীয়া। এইবাৰ কঠোৰ হাতেৰে শাসন দণ্ড ধৰিম। জুইত আঙুলী দিলে জানো জুইয়ে নুপুৰিব ডাঙৰীয়া? পুত্ৰ ৰাজদ্ৰোহী হলে কি ৰজাই তাৰ শাস্তি বিধান নকৰিব!

চাও—যদি নিৰপৰাধ হয় স্বৰ্গদেও!

চুহু—নিৰপৰাধ! মোৰ মহলৰ ভিতৰত আৰু এনে কোন আছে যে এনেকুৱা দুঃসাহসৰ কামলৈ আগবাঢ়িব! আপুনি অতি শীঘ্ৰে বুজিব পাৰিব মোৰ অনুমান যথাৰ্থ। মই অবিহিত একো কৰা নাই। বন্দী কৰিছোঁ মাথোন। ৰাজ্যৰ এনে শঙ্কট কালত সিহঁতৰ অপৰাধলৈ চাই মই প্ৰাণ দণ্ডৰ আজ্ঞা দিব লাগিছিল। দিম ডাঙৰীয়া, প্ৰয়োজন হলে তালৈকো পুত্ৰ বুলি কুণ্ঠা বোধ নকৰোঁ। ৰৰতি! যাক ৰক্ষা কৰিবলৈ এনে দৰে আত্মবিসৰ্জ্জন দিলি ক'তা তাকতো ৰক্ষা কৰিব নোৱাৰিলি! মই বুজিছোঁ ৰৰতি! মোক কোনোবাই বুকুত খুন্দিয়াই কৈ দিছেহি কোন তোৰ এনে অবস্থা কৰাৰ গৰাকী—! মই তাক ক্ষমা নকৰোঁ ৰৰতি।

তাৰ শাস্তি অতি ভীষণ—তাক তিল তিল কৈ ভীষণ যন্ত্ৰণাদি বধ কৰিম।

[ বৰতিয়ে নিজৰ তৰোৱাল বুকুত সুমাই আত্মহত্যা কৰে ]

কি কৰিলি! কি কৰিলি বৰতি! চাওক ডাঙৰীয়া, বৰতিয়ে মোৰ অনুমানৰ সত্যতা প্ৰমাণ কৰি গ'ল! উস্ মোৰ কি দুৰ্কপাল!

চাও—দুৰ্কপাল এই দেশৰ স্বৰ্গদেও। কি স্বৰ্গীয় এই আত্মবিসৰ্জ্জন! এনে হীন আবৰণৰ তলত ইমান মহৎ হৃদয়।

চুহু—মোৰ ভাইয়ে মোক এৰি গুচি গ'ল—মোৰ বিশ্বাসী অনুচৰে—মোৰ দৃষ্টি কাঢ়ি লৈ গ'ল! বৰতি! বৰতি! ইমান মহৎ তই—জীৱনত অনুমান কৰিব নোৱাৰিলোঁ। মোক ক্ষমা কৰি যা বৰতি। ডাঙৰীয়া—এই পবিত্ৰ দেহৰ সৎকাৰৰ আয়োজন কৰক। জীৱনত একো কৰিব নোৱাৰিলোঁ। মৰণত তাৰ কণামাত্ৰ ঋণ শোধ কৰোঁ।

চাও—ভাল স্বৰ্গদেও, সৎকাৰৰ বিশিষ্ট আয়োজনকে কৰা হব।

[ কটকীৰ প্ৰবেশ ]

কোন? কটকী? ৰণৰ সংবাদ কি?

চুহু—আকৌ কি ভীষণ বাতৰি লৈ আহিছা কটকী? আৰু কি বিপদৰ বোজা মোৰ মূৰৰ ওপৰত থবলৈ আনিছা?

কটকী—ইকি দেখিছোঁ স্বৰ্গদেও! বৰতি চোৰাংচোৱা! কোনে এই অবস্থা কৰিলে?

চুহু—কোনে কৰিব? ৰজা মই—মই কৰিছোঁ। কোৱা তুমি কি বাতৰি আনিছা?

কটকী—বাতৰি স্বৰ্গদেও—আহোমৰ ভাগ্যাকাশত বিনামেঘে বজ্ৰাঘাত।

চুহু—মোক পাতনি নেলাগে। লাগে ৰণৰ সংবাদ।

চাও—স্বৰ্গদেও, অধৈৰ্য্য নহব! বিপদত ধৈৰ্য্যই হে সাৰথি।

কটকী—কবলৈ বুকু ফাটি যাব খোজে স্বৰ্গদেও, আহোমৰ পাঁচজনা সেনাপতি ৰণত পৰিল। আমাৰ সৈন্য ছত্ৰভঙ্গ দিলে। পাঠানৰ যেনি তেনি জয় জয় ময় ময়। স্বৰ্গদেও! বিশ্বাসঘাতক পাঠানে সমুখ ৰণত টিকিব নোৱাৰি ছল কৰি কৰি চোৰাংকৈ আহি আমাৰ এনে সৰ্ব্বনাশ কৰিলে। তথাপিও স্বৰ্গদেও পাঠানৰ এটাও পদাতি নবাবক বাতৰি দিবলৈ নেথাকিলহেঁতেন যদি বুঢ়া গোহাঞী ডাঙৰীয়া আমাৰ গুৰি ধৰিবলৈ থাকিলহেঁতেন! আমাৰ দুৰ্কপাল স্বৰ্গদেও, পাঠানৰ দিন ভাল! নহলেনো কিয় বুঢ়া গোঁহাই ডাঙৰীয়াই সেইদিনা কঁকালৰ বিৰি সোলোকাই বৰনৈত গা ধুবলৈ যাব! সেয়ে আমাৰ কাল হ'ল। শেণ অহাৰ দৰে ক'ৰ পৰা নৰকী পাঠানে আহি ডাঙৰীয়াক পানীতে আক্ৰমণ কৰিলেহি! সেই বৃদ্ধ বাহুবেই শত্ৰুৰ হাতৰ অস্ত্ৰ কাঢ়ি লৈ ডাঙৰীয়াই দেখুৱাই গ'ল আহোমৰ পৰাক্ৰম! পাঠানৰ কেঁচা তেজেৰে নিজৰ দেহ ৰাঙলী কৰি বৰনৈৰ পানী ৰাঙলী কৰিছে বীৰৰ দৰে স্বৰ্গলৈ গুচি গ'ল! সেয়ে আমাৰ

কাল হ'ল স্বৰ্গদেও! এতিয়াও কিজানি নৰকী পাঠানহঁতৰ জয়োল্লাস মাৰ যোৱা নাই। এতিয়া যি হয় বিহিত কৰক স্বৰ্গদেও।

চুহু—কৈ যোৱা কটকী আৰু কোৱা! কোৱা পাঠানে আহোমৰ ৰাজধানী—আক্ৰমণ কৰিছেহি!

চাও—কাৰ সাধ্য স্বৰ্গদেও! অধৈৰ্য্য নহব স্বৰ্গদেও। ৰণত সেনাপতি পৰিছে। কাৰ নপৰে? দেশৰ কাৰণে প্ৰাণ দিবলৈ মাতৃভক্ত সন্তানৰ অভাব হোৱা নাই! কি ভয় স্বৰ্গদেও! আজ্ঞা দিয়ক, বন্দী ওলাওঁ। পাঁচ হেজাৰ ডেকা লৰা লগত লম। আজ্ঞা দিয়ক স্বৰ্গদেও বন্দী কালিলৈ যাত্ৰা কৰোঁ। বিশ্বাসঘাতক পাঠান সেনাপতিৰ মূৰ আনি স্বৰ্গদেওৰ চৰণত উপহাৰ দিওঁহি।

চুহু—কাৰ হাতত নগৰ ৰক্ষাৰ ভাৰ দি যাব ডাঙৰীয়া! নগাকোঁৱৰ নাই যে পৰ্ব্বতৰ দৰে শত্ৰুক ভেটিব! খেন্‌লুং বুঢ়া গোঁহাই নাই যে বৰ গছৰ ছাঁৰ দৰে আশ্ৰয় দি থাকিব! মোৰ বিশ্বস্ত অনুচৰ ববতি নাই যে দাঁড়ৰ বাতৰি দাঁড়ে আনি দি থাকিব।

চাও—সকলো আছে স্বৰ্গদেও! জগত জননী পতিত পাৱনী আইৰ মোৰ সকলো আছে। এতিয়াই লাগে বুলিলে আইৰ কাৰণে জিয়া জুইত জাপ দিব পৰা আইৰ বুকুত মানুহ হোৱা হেজাৰে হেজাৰে ছফল ডেকা লৰা আছে। সিহঁতৰ মাজতে আছে শই শই খেন্‌লুং শই শই ববতি—শই শই কণচেং—একো শঙ্কা নাই স্বৰ্গদেও! বন্দীক অনুমতি দিয়ক।

চুহু—মোৰ পুত্ৰ বিদ্ৰোহী, মোৰ ভাই দেশত্যাগী, মোৰ সেনাপতি মৃত—মই কি কৰোঁ ডাঙৰীয়া ? কোনে আজি মোৰ নগা কোঁৱৰক ফিৰাই আনি দিব !

চাও—আমাৰ এই শঙ্কট কালত কালে এনেকৈয়ে আমাৰ বাহু চিঙি নিলে !

চুহু—কালে নিয়া নাই ডাঙৰীয়া ! ভাইক মোৰ ঈশ্বৰে ৰক্ষা কৰিলে ! ববতিয়ে এই ভয়ানক বাতৰি দিয়াৰ আগে আগে নগা কোঁৱৰে মোৰ গুৰিত বিদায় লবলৈ আহি—সোঁৱা ৰাজ পৰিচ্ছদ আৰু অস্ত্ৰ শোধাই দি, নগাৰ সাজ পিন্ধি, মুকলিমূৰীয়া হৈ মুক্ত আকাশৰ তলত বিচৰণ কৰিবলৈ গুচি গ'ল ! এতিয়া বুজিছোঁ ডাঙৰীয়া—ভাইয়ে মোৰ—মোৰ ওপৰত অভিমান কৰি মোৰেই পুত্ৰৰ বিপক্ষে মোক গোচৰ দিব লাগে বুলি নিজেই আঁতৰি গ'ল !

চাও—তেন্তে কিহৰ ভয় স্বৰ্গদেও ! জ্বলন্ত অগ্নিৰ পৰা ঈশ্বৰে যেতিয়া তেখেতক ৰক্ষা কৰিছে, দেশৰ এই দুৰ্দ্দিনত ঈশ্বৰে আমালৈকো চকু মেলি চাব। খেদ এৰক স্বৰ্গদেও—নগা কোঁৱৰ বীৰ—ৰাজ্যৰ এনে আসন্ন বিপদৰ কথা শুনিলে কেতিয়াও স্থিৰে থাকিব নোৱাৰে—অৱশ্যে আহিব—চোৰাং চোৱা পঠাওক। কোঁৱৰক মাতিবলৈ মানুহ পঠাওক স্বৰ্গদেও। বন্দীয়ে যাত্ৰাৰ আয়োজন কৰোঁ গৈ। আশীৰ্ব্বাদ কৰক যেন অচিৰে পাঠানক সমুচিত শিক্ষা দি ঘূৰি আহিব পাৰোঁ। বন্দীয়ে সেৱাহে জনালোঁ।

চুহু—যাওক ডাঙৰীয়া। ঈশ্বৰে আপোনাৰ মঙ্গল কৰক। যোৱা কটকী, বৰতিৰ মৃতদেহৰ সৎকাৰৰ কাৰণে গায়নহঁত আহক আৰু লিগিৰাহঁত আহক। তুমিয়েই মোৰ আজ্ঞা শুনাই আহাঁ।

[ চাওফ্ৰাচেংমুং আৰু কটকীৰ প্ৰস্থান। ৰজা মৌন হৈ বহি থাকে। ]

—অঙ্ক পতন—

---

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

[ চাওফ্ৰাচেংমুং বৰগোঁহাইৰ ঘৰ। মূলা আৰু হেলা ]

হেলা—মোক ৰক্ষা কৰক বাইদেও। মোৰ যে সৰ্ব্বনাশ হ'ল। বিনা অপৰাধত মোৰ স্বামী বন্দী। দেহি ঐ কেনেকৈ সেই সুকোমল শৰীৰত চাওদাংইঁতৰ বান্ধ সহিছে! বাইদেও! মোৰ যে কোনো নাই! আপুনি এই বিপদত নেৰাখিলে কোনে মোৰ ফালে চকু মেলি চাব!

মূলা—মোৰ যদি শক্তি থাকিলহেঁতেন আইচুদেউতা, মই আপোনাৰ স্বামীক মুক্ত কৰি দিলোঁহেতেন! সামান্যা নাৰী মই! মই কি কৰিব পাৰোঁ!

হেলা—আপুনি পাৰে বাইদেউ! মই বৰ গছৰ গুৰিত আশ্ৰয় বিচাৰিছোঁ।

মূলা—মই পাৰোঁ! পাৰিও কৰিবলৈ হেলা কৰিছোঁ! আইচুদেউতা, আপোনাৰ আঁৰ হ'ম, মই সচাকৈয়ে বিমোৰত।

হেলা—এবাৰ আপুনি ডাঙৰীয়াক কৈ ত'ৰ হতুৱাই স্বৰ্গদেওক কোৱালে—ডাঙৰীয়াৰ কথা স্বৰ্গদেৱে নেৰাখি নোৱাৰে।

মূলা—তাৰ বাবে আইচুদেউতা, মই ডাঙৰীয়াৰ ছুটি

ভৰিত ধৰি ক'ম। লাগিলে নিজেও গৈ স্বৰ্গদেওক চুলিচিঙি কাতৰ কৰি জনাম গৈ।

[ মুহিলাৰ প্ৰবেশ ]

মুহিলা—ডাঙৰীয়া আহিছে গাভৰুদেও !

মূলা—বুলনীতে হাতমুখ ধুবলৈ পানী দেগৈ যা। কৰি, মাৰলত আইচুদেউতা আছে।

হেলা—নেলাগে বাইদেও, আহক ডাঙৰীয়া ইয়ালৈকে, মই নিজে এবাৰ কৈ চাম যদি কিবা সুফল ফলে !

[ মুহিলাৰ প্ৰস্থান আৰু বৰ গোঁহাইৰ লগত পুনঃ প্ৰবেশ। হেলা আৰু মূলা আসন এৰি উঠে। ]

চাও—আজি আমাৰ কি সৌভাগ্য মূলা ! আমাৰ ঘৰ আজি ভাবী ৰাজমাওৰ পদধূলি পৰি পবিত্ৰ হ'ল।

হেলা—মোক অপমান নকৰিব ডাঙৰীয়া। ৰাজমাও হবৰ আকাঙ্খ্যা মই নকৰোঁ। মই ৰাক্ষসী হয়তো ডাঙৰীয়াৰ সুখৰ ঘৰত সোমাই অমঙ্গল চপাইছোঁ !

চাও—এনে অমঙ্গল যেন মোৰ দিনে দিনে হয়—কি কোৱা মূলা ! এনে অমঙ্গল আমি আগ্ৰহেৰে বৰি আনিম।

মূলা—সেইবোৰ কথা এৰক ডাঙৰীয়া। এতিয়া আইচু-দেউতা অহাৰ প্ৰয়োজন শুনক।

চাও—শুনিছোঁ সকলো।

হেলা—মোৰ কপাল ভাগিছে ডাঙৰীয়া। মোৰ যে কোনো নাই। মোক এই বিপদত ডাঙৰীয়াই উদ্ধাৰ নকৰিলে যে

মোৰ কোনো উপায় নাই। মোৰ স্বামীক ৰাজ কোপৰ পৰা নিস্তাৰ কৰি মোক জীৱ দান দিয়ক ডাঙৰীয়া!

চাও—সকলো জানো আইচুদেউতা! নিজে একো কৰিব নোৱাৰিলোঁ। সকলো যুক্তি তৰ্ক নিষ্ফল হ'ল। বিপদৰ উপৰি বিপদৰ হেঁচাত চিন্তাই দুৰ্ভাবনাই স্বৰ্গদেও অতিশয় কাতৰ। সেই কাৰণেই আমাৰ যুক্তিলৈ কাণ নিদিলে। পিতা হৈও পুত্ৰৰ ওপৰত যে ইমান নিদাৰুণ হব পাৰিছে—তাতেই বুজিব স্বৰ্গদেওৰ মানসিক অবস্থা! তথাপিও ইমান নিশ্চিন্ত হৈ আছোঁ এই বুলি যে এনে সতী সাধ্বী যাৰ পত্নী তেওঁৰ কেতিয়াও অমঙ্গল হব নোৱাৰে!

হেলা—এই অভাগীৰ তেনে আৰু কোনো উপায় নাই!

চাও—উপায় আছে আইচুদেউতা! উপায় ধৈৰ্য্য! ধৈৰ্য্য ধৰি অপেক্ষা কৰক। উপায় সেই বিপদ দিওঁতা জনেই দিব।

হেলা—দুৰ্ব্বলা নাৰী পুৰুষৰ দৰে হৃদয়ত বল নাই, কেনেকৈ ধৈৰ্য্য ধৰিম। মোক ৰক্ষা কৰক ডাঙৰীয়া—নহলে জ্বলা জুইত জাপ দিম নতুবা এই দেহ য'তে ত'তে বিসৰ্জ্জন দিম। বুৰঞ্জীত চিৰকাললৈ এটা কলঙ্ক থাকি যাব আপুনি এই হতভাগিনীৰ বধৰ ভাগী বুলি।

চাও—সতীৰ এটোপা চকুলোত দেশ উচ্ছন্ন যায়—মই কোন কুটা! মোক ক্ষমা কৰক আইচুদেউতা, মোৰ ক্ষমতাৰে কৰিব পৰাখিনি কৰিলোঁ। এতিয়া বুকু ডাঠ কৰি সেই পৰম পিতা পৰমেশ্বৰক মাতক আপোনাৰ স্বামীৰ অকল্যাণ নহয়!

দেশৰ এই দুৰ্দ্দিনত অতি গুৰুভাৰ এই অভাজনৰ ওপৰত পৰিছে। সেই বুলিও মই নিশ্চিন্ত হই বহি থকা নাই দেৱী! মই ভাবিছোঁ কেনেকৈ দুই ৰাজকোঁৱৰৰ উদ্ধাৰ হয়। স্বৰ্গদেৱে বন্দীক ৰণলৈ পাচিছে, কাইলৈ যাত্ৰা কৰিব লাগিব। নগৰ ৰক্ষাৰ ভাৰ লবলৈ নগা কোঁৱৰ ৰাজ্যত নাই। আমাৰ সৌভাগ্য যে তেওঁ জীৱন্তে দগ্ধ নহল। দেশৰ বিলৈৰ কথা শুনিলে বীৰৰ অন্তৰ অৱশ্যে কান্দিব। সকলো অভিমান এৰিও আহিব লাগিব। যিমান শীঘ্ৰে আহে সিমানেই আপোনাৰ আৰু লগে লগে দেশৰো মঙ্গল। মই নিজেগৈ নগাকোঁৱৰৰ সন্ধানলৈ মাতি আনিলোহেঁতেন কিন্তু অৱসৰ ক'ত? তথাপিও মোৰ বিশ্বস্ত অনুচৰ পঠিয়াই আহিছোঁ। মোৰ কাতৰ অনুৰোধ তেওঁ অৱশ্যে ৰাখিব। স্বৰ্গদেৱেও চাৰিও ফালে চোৰাংচোৱা পঠাইছে! অতি শীঘ্ৰে সন্ধান পোৱা যাব। কোঁৱৰ আহি পালেই আৰু কোনো চিন্তা নেথাকে দেৱী।

হেলা—আহিব—এনে ভাগ্য মোৰ হবনে?

চাও—সতীৰ ইচ্ছাত অসম্ভৱো সম্ভৱ হয়। অৱশ্যে আহিব দেৱী।

হেলা—যদি আহে বুজিম, অভাগিনীৰ প্ৰতি ভাগ্য সুপ্ৰসন্ন! এতিয়া আহোঁ ডাঙৰীয়া! বাইদেউ!

মূলা—আইচুদেউতা! মই আগবঢ়াই দি আহোঁ।

[ মূলা আৰু হেলাৰ প্ৰস্থান ]

চাও—আহা ! এনে সতীৰ এনেকুৱা সন্তাপ ! দয়াময় ! ই তোমাৰ কেনে বিচাৰ !

[ মূলাৰ পুনঃ প্ৰবেশ ]

ৰণৰ বাতৰি শুনিছা মূলা ? আমাৰ পক্ষৰ নিৰ্ঘাত পৰাজয়। বুঢ়া গোঁহাইকে আদি কৰি পাঁচজন সেনাপতি ৰণত পৰিল। এতিয়া আকৌ নতুন উদ্যমেৰে যুদ্ধ যাত্ৰা কৰিব লাগিব। এইবাৰ গুৰিধৰা মই। তোমাৰ নিশ্চয় আনন্দ হৈছে প্ৰিয়ে !

মূলা—কব নোৱাৰোঁ নাথ আনন্দ নে বিষাদ। স্বামীৰ গৌৰবত পত্নীৰ গৌৰব—বেছ বুজোঁ, কিন্তু নাথ, আপোনাক আগত নেদেখিলে কব নোৱাৰোঁ কেনি পলায় সেই গৌৰব। কোনে কাঢ়িলৈ গুচি যায়—মোৰ নিজত্ব। মোৰ আনন্দ আপুনি নাথ।

চাও—তুমি যে তলে তলে দাৰ্শনিক হৈ পৰিলা প্ৰিয়তমে ! মোৰ গৌৰবত আনন্দ নহয় কিন্তু মোত আনন্দ ! ক'ত এই দাৰ্শনিক তথ্য আবিষ্কাৰ কৰিলা !

মূলা—বৰ গছত মেৰ খাই থকা লতা ডালিক যদি ধুমুহাই আহি ছিন্ন কৰি দি যায় আৰু বৰ গছে ধুমুহাৰ লগত যুঁজি আপোন গৌৰবত শিৰ উন্নত কৰি থিয় হয় ছিন্ন লতাৰ তাত আনন্দৰ ঠাই ক'ত নাথ !

চাও—তোমাক যুক্তি বলে নোৱাৰোঁ প্ৰিয়তমে ! নেজানো কোন অজানা দেশৰ কি অমিয়া ঢালাই মোৰ জীৱনত শান্তিৰ নিজৰা বোৱাই দিছা প্ৰিয়তমে ! নেজানো কোন মহাসিন্ধু

মথি অমৃত পান কৰাই মোৰ হৃদয়ত অমৰৰ শক্তি সঞ্চাৰ কৰাইছা? জানো তোমাক—তুমি—তুমি—প্ৰজাপতিৰ অমূল্য দান, জন্মজন্মান্তৰৰ সঞ্চিত পুণ্যৰ ফল—মোৰ জীৱনৰ পথনিদৰ্শক ঈশ্বৰ প্ৰেৰিতা দূতী তুমি—তুমি যদি বিহ্বল হোৱা ক'ত মোৰ জুৰাবৰ স্থান প্ৰিয়তমে!

মূলা—বিহ্বল নহওঁ নাথ। বাধা নিদিওঁ। হাঁহি মুখে বীৰ সাজে সজ্জিত কৰি স্বামীক ৰণলৈ পঠিয়াম। ক্ষত্ৰিয় ৰমণী মই—ৰণ শুনি কাতৰ হম! ইমাম দূৰ্ব্বল আপোনাৰ মূলা নহয় নাথ।

চাও—জানো মূলা তুমি মহৎ! তোমাৰ হৃদয় অতি উচ্চ! বিৰাটকন্যা উত্তৰাই হাঁহিমুখে স্বামীক ৰণলৈ পঠিয়াইছিল।

মূলা—বিৰাটকন্যা মোৰ আৰ্হি নহয় নাথ। স্বামীক ৰণলৈ পঠিয়াই কণ্টক শয্যাত দেই পুৰি মৰিবৰ সেই মনৰ বল সেই ধৈৰ্য্য মোৰ নাই। স্বামীৰ লগত ছাঁয়াৰ দৰে ৰণে বনে দুৰ্গমে ফুৰিবলৈ হে মূলাই বাঞ্চা কৰে!

চাও—কি ক'লা প্ৰিয়তমে! চাওৰ সঙ্গিনী হৈ সমৰ ক্ষেত্ৰত সেই দানবৰ লীলাভূমিত পিশাচৰ তাণ্ডব নৰ্ত্তন চাবলৈ যাবৰ বাঞ্চা কৰা! তোমাৰ কোমল প্ৰাণত সমৰক্ষেত্ৰৰ সেই নিৰ্ম্মম দৃশ্য যে সহ্য নহব প্ৰিয়তমে।

মূলা—আপোনাৰ সহধৰ্ম্মিনী মই। আপোনাৰ প্ৰাণত যদি সহ্য হয় মোৰ প্ৰাণত সহ্য নহব কিয় নাথ?

চাও—নাৰী স্বভাৱতে কোমল প্ৰকৃতি! চাওৰ জীৱন

সঙ্গিনী তুমি,—তোমাৰ কোমল প্ৰাণত আঘাতদি চাও কি সাধ্যে স্থিৰহৈ থাকিব—কি সাধ্যে বিচলিত নহৈ থাকিব।

মূলা—নাথ! বীৰ আপুনি—সমৰক্ষেত্ৰত আপোনাৰ কৰ্ত্তব্য কৰিব,—বীৰপত্নী মই—আপোনাৰ গাৰ আঁৰে আঁৰে ছাঁৰ দৰে মই মোৰ কৰ্ত্তব্য কৰি যাম। আপোনাৰ কাৰ্য্যত বাধা নিদিওঁ নাথ।

চাও—কোৱা প্ৰিয়তমে, মানুহৰ হাড় মূৰ লৈ শগুণ, কাউৰী শিয়ালে উন্মত্তহৈ ক্ৰীড়া কৰা সেই ভীষণ শ্মশানভূমিত কি তোমাৰ কৰ্ত্তব্য? কি তোমাৰ কৰ্ত্তব্য সেই উন্মত্ত পিশাচৰ লীলাভূমিত য'ত মানুহে মানুহৰ ৰক্ত পান কৰিবলৈ উন্মত্ত!

মূলা—য'ত পুৰুষৰ কৰ্ত্তব্য আছে, ত'ত নাৰীৰো কৰ্ত্তব্য আছে নাথ। কৰ্ত্তব্য মোৰ সেৱা কৰা নাথ। নাৰী জীৱনৰ চৰম কৰ্ত্তব্যই সেৱা কৰা। সেই সেৱাধৰ্ম্ম আচৰণৰ যি বিমল শান্তি তাৰ পৰা আপোনাৰ মূলাক বঞ্চিত কৰিবৰ চেষ্টা নকৰিব নাথ! মুমূৰ্ষুৰ মুখত এটোপা পানী দি—আহত পীড়িতক এআষাৰ মুখৰ মাত দি যি গৌৰব নাৰীয়ে অনুভব কৰে তেনে গৌৰব একোখন ৰাজ্য জয় কৰিও বীৰে অনুভব কৰিব নোৱাৰে নাথ।

চাও—মূলা! মূলা! প্ৰিয়তমে, কোন নন্দন বনৰ পুষ্প পাৰিজাত তুমি স্বৰ্গচ্যুতা হৈ মোৰ কণ্ঠত বিৰাজ কৰিছাহি! মই যে ভাবিব নোৱাৰোঁ প্ৰিয়তমে কোন প্ৰাণে চিত্ৰলেখাৰ শ্ৰেষ্ঠতম তুলিকাৰে অঁকা মোৰ এই সোণৰ প্ৰতিমাটিক ভূলুণ্ঠিত দেখি স্থিৰ থাকিম। কেনেকৈ মই মোৰ কৰ্ত্তব্যলৈ

অগ্রসৰ হম। নকবা নকবা মূলা, মোক আৰু সেই অনুৰোধ কৰি বিচলিত নকৰিবা।

মূলা—নাথ, দিনমানৰ ৰণশ্ৰমত যেতিয়া ক্লান্ত পৰিশ্রান্ত হৈ বিশ্রামৰ কাৰণে শয্যাত পৰিবহি তেতিয়াতো মূলাই আপোনাৰ চৰণ সেৱা কৰি তিলমানো শ্রান্তি দূৰ কৰিব পাৰিব। আকৌ নতুন উৎসাহ দি অহাদিনৰ ৰণলৈ সমৰ সাজে সজাই পঠিয়াব পাৰিব।

চাও—জানো মূলা, চাওৰ শক্তি তুমি—জীৱনৰ সঞ্জীবনী তুমি। এনে শক্তি মোৰ নাই—তোমাৰ অনুৰোধ ঠেলি শত্রুৰ সম্মুখীন হওঁ। গৃহলক্ষ্মী তুমি—গৃহটি শুৱাই থাকি পূজা দিয়া গৃহদেৱতাক। তোমাৰেই পুণ্যৰ বলত ৰণ জিনি তোমাৰ দুৱাৰলৈ উলটি আহিম। কোৱা মূলা, মোক হাঁহি মুখে বিদায় দিবা ?

মূলা—হাঁহি মুখে বিদায় দিম নাথ। যাওক, সমৰক্ষেত্ৰত অক্ষয় কীর্ত্তি আর্জ্জি মূলাৰ হৃদয়ৰ নিধি মূলাৰ বুকুলৈ আকৌ ঘূৰি আহক গৈ। মূলাৰ কর্ত্তব্য আপোনাৰ গৃহতে থাকি মূলাই কৰি থাকিব।

চাও—মূলা! মূলা! বাউসীত মোৰ মত্ত-মাতঙ্গৰ বল দিলা! দুর্জ্জয় সমৰ নিশ্চয় জিনিম প্রিয়ে। ব'লা মূলা আজি দুয়ো মিলি গৃহ-দেৱতাক পূজা দিওঁগৈ।

[ দুয়োৰে প্রস্থান ]

পট পৰে।

## দ্বিতীয় দৃশ্য

[ নগা পৰ্ব্বত। হাবিৰ মাজৰ এটা সৰু বাট। হাতত ধেনু কাঁড় লৈ লুকু ফুৰি থাকে ]

লুকু—মাৰিম। যাৰ আয়িব তাৰ পালেই মাৰিম। এটা যাইছে এটা আইছে। কাৰবা পালে কয় অঅম মানু দেকিব আয়িছে কাৰবা কয় নকা দেকিব যাইছে। আমাৰ জানি পাইছে ইঅঁত আটাই মানু কাকাটি পালে দেকিব আয়িছে। আমাৰ অলে তিক্ জানিছে। ইঅঁত পালে আমাৰ অলে কেতিয়া আয়িব নিদিয়ে। দেনু লকতে মাৰি আটাই মানু কেদিছুঁ। কাকাটিনু তান্তৰ কি জকৰ্ কৰিঁব। নঅয়! কাকাটি অলে কেতিয়া জকৰ্ কৰিব মুৱাৰে। নিদিওঁ, জকৰ অলেও তান্তৰ আয়িব নিদিওঁ জকৰ নঅলেও আয়িব নিদিওঁ। যিমান আয়িব ইমান কেদিম। অদায় দিন ইয়াতে ৰকি ৰকি দেকিম। এই বাট য়ে আয়িব—ইয়াত পৰা এই দেনু লকতে মাৰি মাৰি তান্তৰ কেদিম। অ' অউ দেকি পাইছুঁ আৰু এটা কাৰবা আয়িছে।

[ ধেনু সেই ফালে টোৱাই আকৌ নমায় ]

নঅয়! ইয়াৰ পালে বাক উদি দেকিম কাৰনু তাৰ দেকিব আয়িছে। বাৰু আঅক—, অউ কছু আঁৰতে লুকাই দেকি তাকিম। তাৰ পিছতে উদি দেকিম,

[ গছৰ আঁৰত লুকায় ]

[ আহোম লৰাৰ সাজ পিন্ধি ৰেণুৰ প্ৰবেশ। ৰতি ভাইৰ ছদ্মনাম ]

গীত

ফেনে ফোটোকাৰে সৌ ভদীয়া ধলৰে ঢৌ আহিলে—আহিলে ;
ধুমুহা আহিলে ঘোৰ ভটিয়নী নাও মোৰ
কেনি উটি গ'ল কেনি ভাহিলে—ভাহিলে—।
বতাহে বাউলী দিয়া দেখিয়ে কঁপিলে হিয়া—
এন্ধাৰেদি জুমি পিয়া বিজুলিটি হাহিলে—
এন্ধাৰ পোহৰ হ'ল পোহৰ এন্ধাৰ হ'ল—
গুচি গ'ল—গুচি গ'ল—আৰু ঘূৰি নাহিলে।

---

ৰেণু—হে মোৰ দেৱতা, হে মোৰ চিৰ বাঞ্ছিত, ক'ত তুমি? খন্তেকৰ মাত্ৰ দৰশন, সেয়ে যেন কত জনমৰ—কত সাধনাৰ—কত ভাগ্যৰ। বিজুলী চমকেৰে এবাৰ চমকি ক'ত তুমি লুকালা দেৱতা? চকুৱে চকুৱে ৰাখিও চকুৰ পছাৰতে হাততে হেৰুৱালোঁ। যি ব্ৰতলৈ কাৰেং সোমাইছিলোঁ এতো দিনে শেষ কৰিব পাৰিলোঁ হেতেন। যি অগ্নি শিখা জ্বালিছিলোঁ এতিয়াও যদি সি সৰ্ব্বগ্ৰাস কৰা নাই হয়তো উমি উমি জ্বলিব লাগিছে। সকলো এৰি তোমাৰ পিছে পিছে লৰি আহিলোঁ। ক'ত তুমি, কেনি তোমাৰ সন্ধান পাম! ৰজাঘৰীয়া চোৰাংচোৱা, কটকী, সকলো ব্যৰ্থ হৈ ঘূৰি গৈছে, তথাপিও আহিছোঁ, আহিছোঁ মনক প্ৰবোধ দিবলৈ। বীৰ তুমি! হয়তো বা সন্তানৰ কৰ্ত্তব্য কৰিবলৈ যুদ্ধ ক্ষেত্ৰলৈ গৈছা। যাম, তাতো তোমাৰ সন্ধান কৰিম, ক'ত লুকাবা দেৱতা?

তোমাৰ সন্ধানত যদি প্ৰাণ যায়—যাওক, তাতে মোৰ গৌৰৱ—মোৰ তাতে সুখ।

[ এখোজ দুখোজ কৈ আগবাঢ়ে আৰু লুকু সোমাই আহি বাট ভেটি ধৰেহি ]

লুকু—কাৰনু দেখিব আয়িছ অ' ডেকাটু? ক'তে যাব আয়িছ?

ৰতি—কলৈকো যাবলৈ অহা নাই। তোকে চাবলৈ আহিছোঁ মিতিনি?

লুকু—মুকে চাব আয়িছ? আয়ু এনে ছুনীয়া ডেকাটু আমাৰ পালে বিয়া ওমাবি?

ৰতি—[ স্বগতঃ ] ইকি! এই কয় কি? [ প্ৰকাশ্যে ] নহয় মিতিনি মই ধেমালী কৰিছিলোঁ, মই সৌ পৰ্ব্বতলৈ যাবলৈ আহিছোঁ। মোক বাট এৰি দে মিতিনি।

লুকু—ওহোঁ। বাট অলে এৰিব মুৱাবে। কৰি বাৰু আমাৰ পালে বিয়া ওমাবিনে?

ৰতি—[ স্বগতঃ ] এই বলিয়া নেকি? [ প্ৰকাশ্যে ] মোক বাট এৰি দে মিতিনি মই বিয়া সোমাবলৈ অহা নাই; আৰু মোৰ তিৰোতা আছেও।

লুকু—[ হাঁহি ] হাঃ হাঃ তুৰ তিকতা আছে? কেঁই-জনী আছে অ' ডেকা! আমাৰ পালেও নিবি—আৰু এজনী অব।

ৰতি—[ স্বগতঃ ] কি সৰ্ব্বনাশ! এই কয় কি?

[ খং কৰি লুকুক ঠেলি যাব খুজি ]

চাওঁ বাট এৰ্‌! মোক যাব দে নাগিনী!

লুকু—নায়িবি! আৰু আক্ বাৰিলে এই দেন্নু লকতে মাৰিম। নায়িবি গুৰি যা—কুছি যা।

ৰতি—মোক যাব নিদিয় কিয় মিতিনি? মইতো তইঁতৰ একো অন্যায় নকৰোঁগৈ।

লুকু—কি টিকনা আছে, তন্‌তৰ অঅম মান্নু একু অজাত নাই।

ৰতি—সজাত নাই বুলিছ মিতিনি। কিহত সজাত নোহোৱা পালি? বাৰু মই যদি বলেৰে গুছি যাওঁ, তই অকলে অকণমান নাগিনী ছোৱালী এজনীয়ে মোৰ দৰে মতা মানুহ এটাৰ কি কৰিবি?

লুকু—তুৰ দৰে মান্নু মই অকল অলে দহজনী কেদিব পাৰিব কাবক?

ৰতি—তোৰ চকুত দোষ আছে আজলী নাগিনী। ইমান ডাঙৰ ভুল তোৰ কেনেকৈ হ'ল। মই মতানে তিৰোতা চিনি নেপোৱা হলি?

লুকু—আমাৰ চকু অলে তিক আছে দে। তুৰ পালে মতা মান্নু জানিলে আমাৰ অলে ইমান আয়িবই তুকে নিদিয়ে। অউ তাত পৰা কেদিলেয়েতেন কাবক?

ৰতি—[ স্বগতঃ ] সৰ্ব্বনাশ! এই মোক কেনেকৈ চিনিলে? [ প্ৰকাশ্যে ] তইনো কেনেকৈ জানিছ মই যে মতা মানুহ নহয়!

লুকু—তুৰ নাম কি কাবক?

ৰতি—মোৰ নাম! মোৰ নামটোনা তোক কিয় লাগিছে ?

লুকু—এনেই। পাঅবিলে না কি ?

ৰতি—নাম আকৌ পাহৰেনে কি ? মোৰ নাম ৰতিমন।

লুকু—অঃ নামো তিক অলাইছু!

ৰতি—সলাইছোঁ কি ? মোৰ নামেই ৰতিমন। মোক তই কেতিয়াবা দেখিছিলি নে কি ?

লুকু—বৈয়াম মান্থু তকিব পাৰিবি কাবক, পৰ্ব্বত মান্থু কিনি অলে তকিব সুৱাৰ। তুৰ পালে আমাৰ কুন দিন দেকি পুৱা নাই—আমাৰ কেতিয়া বৈয়াম যুৱা নাই।

ৰতি—তেন্তেনো কিহত বুজিলি মিতিনি যে মই মতা মান্থুহ নহয়।

লুকু—নকা কিনি অলে আন নিচিনিলেও মতা কিনি আৰু মাইকী কিনি চিনি পায় কাবক। মতা অলে আজিলে পাৰিলেও মতা, মাইকী য়িমান আজিলেও মাইকী! আঁচা আঁচা কৰি কাবক তুৰমু কাৰ বিচাৰি আয়িছে ? কি হুকত মু গৰ এৰি আয়িছে ?

ৰতি—[ হাঁহি ] বাৰু কছোন মিতিনি তই কিহত বুজিলি মই তিৰোতা—?

লুকু—কিঅত জানিলে ? তুৰ মাত কতা কুজ আটায়ো তিকতা। এটা এটা তুৰ উৱাহ লৈছে বুকু অলে ওপদ্দি ইমান ইমান অইছে। তুৰ পালে কুজ্ কাৰিছে বুকু অলে কঁপি যাইছে—ৰৰি পালে অস্ত জেতুকা পিনা—চিন্

কিনি বৃয়ি বয়ি আছে। কুজ কিনি অলে দিবই মুৱাবে—একুজ দুকুজ য়ে আয়িছে। তুৰ পালে কাৰবু মতা মান্থ বুলিব কাবৰু ?

ৰতি—ভৈয়ামলৈ তই যোৱা নাই, আমাৰ ভৈয়ামৰ মান্থহ তই দেখা নাই আজলী নাগিনী। তোৰ ভুল হৈছে। ভৈয়ামৰ মান্থহে তইঁতৰ নগাৰ দৰে দুক কৰিব নোৱাৰে সেই দেখি অলপতে ভাগৰ লাগে। সেই দেখি মোক ভাগৰুত ইমান বুকু ফুলাই উশাহ লোৱা দেখিছ। খোজ কাঢ়োঁতে হাবিৰ কাঁইটে বিন্ধি ভৰিয়েদি তেজ বিৰিঙি ওলাইছে সেই দেখিয়েই ভালকৈ খোজ কাঢ়িব পৰা নাই। মইতো আৰু কেতিয়াও এনেকৈ হাবিত ফুৰা নাই। মোক যাবলৈ দে মিতিনি ?

লুকু—মই কেতিয়াও তুকে যাব দিব মুৱাবে। তই গৃৰি যা কাবৰু।

ৰতি—আকৌ মোক গাভৰু বুলিছ কিয় ? মোক তো নাম কাঢ়িয়েই তই মাতিব পাৰ।

লুকু—অ' পাঅবিলে। বাৰু দে নাম কাৰিয়েই কব। ইতিয়া অলে যাবি দেই কাবৰু। নঅয় আক পাঅৰিলে। বাৰু যাবি দেই ডেকাটু।

ৰতি—মোৰ নাম ৰতিমন। এতিয়াই পাহৰিলিনে ?

লুকু—আমাৰ নকা অলে ডানৰ মান্থ নাম নকয়। অমন কিনিহে দৰি কয়। বাৰু দে তুৰ পালে বেয়া নাপায় যদি নাম কাৰি কব। বাৰু যাবি দে ৰতিমন।

ৰতি—মোক নো কিয় যাব নিদিয় মিতিনি ? মই শপত খাইছোঁ। মই তইঁতৰ একো অন্যায় নকৰোঁগৈ।

লুকু—আয়ু ইমান ছুনীয়া ডেকাটু তুৰ নকা চাং কলে আটাই কাবৰু নাগিনী কিনি তুৰ লকতে বাকি আয়িব। নকা চাং কিনি উদি অব। মই তুকে কিতিয়া যাব দিব মুরাবে।

ৰতি—[হাঁহি] বাৰু তই ভবা দৰে মই তিৰোতা হলে তো তোৰ আৰু সেই ভয় নেথাকে। সেই বুলিয়েই নহয় মোক যাব দে।

লুকু—য়েই একে কতা। নকা ডেকা কিনি আৰু তুৰ লকতে পলিয়া অব।

ৰতি—এই ভয়তে মোক যাব নিদিয় ?

লুকু—ওঁ। এই বয়তে যাপ নিদিয়ে। তুৰ মু নকা চাং পালে কি কাম তাকিছে ?

ৰতি—একো তেনেকুৱা কাম নাই। এনেয়ে দেশ চাম বুলি আহিছোঁ।

লুকু—অক্ অক্ কতা কবি। মুৰ পালে তই লুকাব মুরাবে। তুৰ চকু কইছে তুৰ মুক কইছে তুৰ অলে তিক্ তিক্ কাৰবা পালে বিচাৰি আয়িছে।

ৰতি—তই সৰবজান নে কি অ' মিতিনি! তই দেখোন মোক সকলো কথাতে মিছা পেলাইছ!

লুকু—অৰপজান অব নালাকে। মুক দেকিলে কপ পাবে। তই পালে অপত কালে আমাৰ মুউনে। তই তিক্ তিক্ কাৰবা পালে বিচাৰিব আয়িছে।

বেণু—[স্বগতঃ] এই কি মায়া জানে! এই যে মোৰ সকলো কথা ঠিক ঠিক কৈ গৈছে। এইৰ আগত দেখিছোঁ ধৰাই পৰিলোঁ। এতিয়া দেখিছোঁ পলাব পাৰিলেই ৰক্ষা।

লুকু—মনে তাকিলে কিয় অ' ডেকা। কাৰ বিচাৰিছে কিয় নকয় ?

বেণু—বিচাৰিছোঁ তোৰ যম নাগিনী—।

লুকু—কং কালে! আমাৰ অলে বাল কতা য়ে কৈ পাইছে! তুৰ ডেকাটু অলে পৰ্ব্বত পালে অআ নাই। আয়িলে অলে আমাৰ যেন তেন চিনি পাব। বৈয়াম মান্থ কিয়ানি কপ পাৰিব—। তাৰ বৈয়াম য়ে তাকিছে— বৈয়াম পালে দেকিবি।

বেণু—মই ডেকা বিচাৰিছোঁ বুলিনো তোক কোনে কলেহি!

লুকু—এনে জানিলে, কাৰ মু কপ লাকিছে। কাকে দেকিব আয়িছ আমাৰ উদিলে—তুৰ কং কালে, তাতে জানিলে। ডেকা নিবিচাৰিন্থ তুৰ ক'ত কাবৰু বিচাৰিব। কাবৰু বিচাৰিলে আমাৰ পালে মন নাকালে অয় না ?

বেণু—[ স্বগতঃ ] এই দেখিছোঁ বাস্তবিকেই বৰ চতুৰা! এইৰ লগত আৰু কথা পাতিলে মই নিশ্চয় ধৰা পৰিম। ইয়াৰ পৰা সোনকালে যোৱাই হে ভাল। দেখিছোঁ মোৰ আশাও এই বাটে গৈ নিষ্ফল হে হব।

অনুমান ৰণক্ষেত্ৰৰ ফালেইহে গৈছে! যাঁও! যাব লাগিব তালৈহে!

[প্ৰকাশ্যে] মই তেনে যাওঁয়েই মিতিনি, তোক বৰ আমনি কৰিলোঁ, বেয়া নেপাবি।

লুকু—যাবি দে কাবৰু একু বেয়া নেপায়। তুৰ এনে লুকাই অআ কতাও আমাৰ কাৰ পালে নকয়! তই বয় নাকাবি কাবৰু—যা!

ৰেণু—কলেও মোৰ একো হানি নহয় বাৰু আহিলোঁ, থাকিবি।

[ অহাবাটে গুচি যায়। লুকুয়ে বহুত দূৰলৈকে চাই থাকে ]

লুকু—আযু দেয়ি! কম তুক পাইছে না! ইমান আবি আবি পুৰিছে—কাক বিচাৰিব আয়িছে তেউ নকয়! অউ—ক'ল! বউ দূৰ পালে! আৰু উবটি আয়িব না? নাই—আৰু নায়ে—

[ লাহে লাহে প্ৰস্থান ]

—পট পৰে —

---

## তৃতীয় দৃশ্য

### খুণবাওৰ ঘৰ

[কণচেং বহি থাকে। লুকুৱে গীত গায়। গীতৰ অন্তত নাচে ]

### গীত

[মই] খোপাত পিন্ধিলোঁ। থুপি ফুল! ফুল সৰি সৰি গ'ল।
সোণৰে সজাটি সজালোঁ। পৰালোঁ।
পখী উৰি গুচি গ'ল—
মোৰ ভৈয়াই ঐ! পখী উৰি গুচি গ'ল!
[মই] ডিঙিত পিন্ধিলোঁ। মালা সাতেশৰি! মালাও লেৰেলি গ'ল!
সোণৰে সজাটি সজালোঁ। পৰালোঁ।,
পখী উৰি গুচি গ'ল মোৰ ভৈয়াই ঐ! পখী উৰি গুচি গ'ল!
[মই] হাতত পিন্ধিলোঁ। ফুলাম গামেখাৰু! খাৰু মোৰ স্থলকি গ'ল!
সোণৰে সজাটি সজালোঁ। পৰালোঁ।,
পখী উৰি গুচি গ'ল মোৰ ভৈয়াই ঐ! পখী উৰি গুচি গ'ল!
[মই] ভৰিত পিন্ধিলোঁ। জেতুকী বোলোৱা! বোল কাঁহি পৰি গ'ল!
সোণৰে সজাটি চিকুণ কৈ সজালো।,
পখী উৰি গুচি গ'ল মোৰ ভৈয়াই ঐ! পখী উৰি গুচি গ'ল!

[গীতৰ অন্তত লুকুৱে নাচে। কণচেং ঠৰহৈ একান্ত মনে চাই থাকে]

লুকু—তই কি বাবি তাক কাকাটি? তই য়েই আকৰ অমান নাআঁহ, আকৰ অমান কতা নকৰ, আকৰ অমান ৰং নকৰ। অউ চৰক্ পালে পৰ্পত পালে তৰ লাকি কিবা দেকি তাক। কি দেক কাকাটি? কি বাব?

কণচেং—একো নেচাওঁ লুকু। একো নেভাবোঁ।

লুকু—একু নাবাব। মুৰ পালে তুৰ কি লুকাবি কাকাটি? মই তুৰ মনৰ কতা আটাই কব পাৰে।

কণচেং—পাৰ নে কি লুকু! বাক কছোন মই কি ভাবিছিলোঁ?

লুকু—তই ইয়াতে তাকি বাল নাপা কাকাটি। ইয়াত অআ দিন পৰা তুৰ মন অদায় দিন হুক।

কণচেং—কিহত বুজিলি? মোৰ দেখোন তোৰ ওচৰ পোৱাৰ পৰা মনত বৰ সুখ যেন হে লাগিছে।

লুকু—মিছা কতা নকবি কাকাটি। কাকাটি তুৰ মন আৰিৰ দৰি অনা পকী ৰকম অলপ মান ৰং নাই।

কণচেং—ভুল বুজিছ লুকু। মোৰ মনৰ ৰং তোৰ ওচৰ পাই আগতকৈ বহুত বেছিহে হৈছে। কিন্তু লুকু, হইছে কি জান?

লুকু—কি অইছে কাকাটি? আয়ু তুৰ কি অইছে?

কণচেং—তই ইমান উত্ৰাৱল হৈ পৰিলি কিয় লুকু?

লুকু—তুৰ কিবা অইছে কাকাটি তই মুৰ পালে কোৱা নাই কিয় বুবু পালে কোৱা নাই।

কণচেং—নহয় পাগলী! মোৰ গাৰ অসুখ একো হোৱা নাই। হইছে এটা ভয় মনত কিবা এটা আশঙ্কা! যেন তোৰ এই চেনেহ এই মৰম এই আদৰ এই ভালপোৱাই মোক বেছি দিন আৱৰি ৰাখিব নোৱাৰিব! সৌ আকাশ খনৰ ফালে চা লুকু কেনে শুৱনী! যেনি চায় ক'তো অকণমান চেকা নাই চালেই চকুবোৱা কেনে নিৰ্ম্মল! অথচ এক মুহূৰ্ত্তে

ক'ৰ ক'লা ডাৱৰে আহি এই নিৰ্ম্মলতা চুৰমাৰ কৰি দি গুচি যায়। সেই দৰে আমাৰো এই অনাবিল শান্তি যেন কোনোবা দিনা ভাগি চিগি চুৰমাৰ হৈ যাব। এনে সুখ হয়তো আমাৰ নেথাকিব লুকু !

লুকু—এনে কতা নাবাবিবি কাকাটি। মুৰ বৰ বয় লাকে। বৰ দুক লাকে। আমাৰ দুক কিয় অব কাকাটি ! আমাৰ কাৰো পালে দুক দিয়া নাই কাৰ একু কৰা নাই !

কণচেং—বনৰ হৰিণীয়ে কাৰ কেতিয়া কি অনিষ্ট কৰে লুকু ? তথাপি তাইক ব্যাধে আহি নীৰলে হাবিৰ মাজত শুই থকাতে হত্যা কৰেহি ! ডালৰ কপৌ জুৰিয়ে কি এনে লোকৰ অনিষ্ট কৰে যে তাতে আহি সিহঁতৰ শান্তি নষ্ট কৰি দিয়েহি ব্যাধে ?

লুকু—কাকাটি, তুৰ এনে কতা উনিলে মুৰ বৰ বয় লাকে কাকাটি। নকৰি কাকাটি ! য়েই দিন অঅম মানু পৰ্ৱত যাইছে। বুবু দেকি পাই উদিছে। আক' তানতৰ উবটি কেদাইছে।

কণচেং—অহম মানুহ ! হয়তো মোকে বিচাৰি আহিছিল !

লুকু—তুৰ পালে কিয় বিচাৰিব আয়িব কাকাটি ? আমাৰ অলে কেতিয়া তানতৰ আয়িপ নিদিয়ে। আমাৰ দেকি পালে অলে দেনু লকতে বউ দুৰতে কেদিম।

কণচেং—লুকু ! লুকু ! ইমান সবল অন্তৰ তোৰ ! মোক বিচাৰি আহিব বুলিয়েই তাহাঁতক খেদুৰে মাৰিবি। মোৰ

কাৰণে তই ইমান কঠুৱা হব পাৰ? মাৰিবি কিয় লুকু? সিহঁতে তোৰ কি অনিষ্ট কৰিছে বা কৰিব যে দুবৈত দেখা পালেই মাৰিবি।

লুকু—বুবু কইছে নয় অঅম মান্নু অলে তুকে নিব আয়িব!

কণচেং—নিবলৈ আহিব—এই অপৰাধতে মাৰিবি! বাক লুকু, আকৌ তোক এৰি যাম বুলি কেতিয়াবা তোৰ আশঙ্কা হয়!

লুকু—ইমান দিন ওৱা নাই কাকাটি! আজি তুৰ কতা উনি অইছে।

[ চকুলো টুকি প্ৰস্থান ]

কণচেং—ঈশ্বৰ কি পদাৰ্থেৰে গঢ়িছা এই ৰমণী হৃদয়! তোমাৰ সৃষ্টিৰ অতি উৎকৃষ্ট অতি বিচিত্ৰ সামগ্ৰী! ইমান সৰল! ইমান কোমল! কান্দিলি লুকু! অমূলক আশঙ্কা মাত্ৰ, তাতে ইমান বিহ্বল ইমান কাতৰ হৈছে লুকু! যদি জানিলিহেঁতেন! যদি বুজিলিহেঁতেন! কিহৰ কাৰণে কি এক স্বৰ্গীয় মাধুৰী সনা অনুপম লাৱণ্যৰ লালসাত হৃদয়ৰ অদম্য উচ্ছ্বাস—পুৰুষৰ—পৃথিবীত শ্ৰেষ্ঠতম সাধনা সকলোতকৈ স্পৃহনীয় যি সামগ্ৰী বিসৰ্জ্জন দিছোঁ!

নেপথ্যত মূলা—উস্ কোন পিশাচে এনে কাম কৰিলি! নিৰপৰাধ অৱলাৰ ওপৰত কিয় এনে অত্যাচাৰ কৰিলি কাপুৰুষ! যদি সাধ্য আছে আহ সম্মুখ হ নৰাধম!

কণচেং—কোনে মাতে! ৰমণীৰ কণ্ঠস্বৰ বুলি অনুমান হয়! যাওঁ—চাওঁগৈ কোনে আৰ্ত্তনাদ কৰিলে।

[ কণচেঙৰ প্ৰস্থান। আন ফালৰ পৰা মূলাৰ গাত ভৰ দি বাহুত বিদ্ধি থকা কাঁড়েৰে সৈতে হেলাৰ প্ৰবেশ ]

মূলা—কোনে এই কাম কৰিলে? উস্ কি নিষ্ঠুৰ। মানুহৰ ঘৰ দেখি আহিলোঁ কিন্তু কাবো দেখোঁ সাৰ সঁহাৰি নাই! ইয়াতে অলপ জিৰাওঁ গাভৰু দেও। অলপ পানী যদি পাওঁ আপোনাৰ হাত মুখ আৰু ঘা ডোখৰো ধুৱাই দিওঁ।

হেলা—মোৰ আঘাত একো বেছি হোৱা নাই বাইদেও। আপুনি মোৰ কাৰণে চিন্তা নকৰিব। স্বামীৰ মঙ্গলৰ অৰ্থে মোৰ এই ক্ষুদ্ৰ প্ৰাণ গলেও খেদ নাই। আপুনি মোৰ কাৰণে ব্যস্ত নহব, বৰং যাতে আমাৰ সোনকালে কাৰ্য্য সিদ্ধ হয় তাৰ বাবে যত্ন কৰক।

মূলা—যত্নৰ তো ত্ৰুটি কৰা নাই। তথাপিও যে আমাৰ পদে পদে বিঘিনি পদে পদে বিপদ হে উপস্থিত হৈছে। স্বৰ্গদেওৰ কটকী চোৰাংচোৱা জোৰা জোৰে আহিছে, জোৰা জোৰে বিফল মনোৰথহৈ উভটি গৈছে। আমি যে সেই কাৰ্য্য নিৰ্ব্বিঘ্নে সাধিব পাৰিম তাৰ কি আশা আছে! তাৰ উপৰি এই বিপদ!

হেলা—বাইদেও সেই বুলিয়েই আমি হাত সাবটি বহিম নে? এবাৰ যেতিয়া ঘৰৰ বাজ হৈছোঁ কাৰ্য্য শেষ নকৰাকৈ উভটিম নে?

মূলা—কিন্তু, ভাবিছোঁ আপোনাৰ এই শৰীৰলৈ হাবিয়ে বননীয়ে বাট বুলিব কেনেকৈ?

হেলা—মই পাৰিম বাইদেও!

মূলা—বাক্—অলপ বিশ্ৰাম কৰি সুস্থ হওক। তাৰ পিছত যি হয় কৰিম।

[ কণচেঙৰ প্ৰবেশ ]

কণচেং—কোন আপোনালোক? ক'ৰ পৰা আহিছে?

মূলা—আমি বহুত দূৰৰ মানুহ! ভৈয়ামৰ।

কণচেং—কাপোৰকানি দেখিয়েই বুজিছোঁ ভৈয়ামৰ। আপোনালোকৰে কোনোবাই সৌ হাবিত চিঞৰি কিবা কৈছিল? ইকি, কাপোৰত সোঁৱা তেজো দেখিছোঁ।

মূলা—হয়। কোনোবা নিষ্ঠুৰ মানুহে মোৰ এই ভনিটিলৈ লক্ষ্য কৰি কাঁড় মাৰিছিল, ভাগ্যে কাঁড় বুকুত নেলাগি বাহুত লাগিল। এইয়া ঘৰ তোমাৰে বোধকৰোঁ। অলপ পানী আমাক দিব নোৱাৰানে?

কণচেং—[ স্বগতঃ ] বুজিছোঁ লুকু! তোৰে এই কাম!

[ প্ৰস্থান আৰু বাঁহৰ চুঙাত পানীলৈ পুনঃ প্ৰবেশ ]

মূলা—তোমাৰ আহিলাপাতি ঘৰ দুৱাৰ সাজ পাৰ সকলো দেখিছোঁ। নগাৰ নিচিনা কিন্তু কথাবিলাকত তো অকণো ভাঁজ নাই! একেবাৰেই নিখুঁত। তুমি নগা নোহোৱা নে কি?

কণচেং—নহয়—হয়—মই নগা।

মূলা—থমক খালা কিয়? আমাক প্ৰবঞ্চনা নকৰিবা কোৱা সঁচাকৈয়ে তুমি নগা নোহোৱা?

কণচেং—সঁচাকৈয়ে কৈছোঁ মই নগা। এতিয়া আপোনা-

লোকৰ পৰিচয় দিয়ক। আপোনালোক দেখিছোঁ কোনোবা সম্ভ্ৰান্ত আহোম ডাঙৰীয়ানী। আপোনালোকৰ এইদৰে হাবিয়ে বননীয়ে ফুৰাৰ উদ্দেশ্য !

মূলা—তুমি যথাৰ্থ অনুমানকে কৰিছা। আমাৰ উদ্দেশ্যৰ কথাও তোমাক জনাবলৈ অকণো আপত্তি নাই। বৰং তোমাক জনাই তোমাৰো সহায় প্ৰাৰ্থী হম বুলিহে মনে মনে সংকল্প কৰিছিলোঁ।

কণচেং—কওক কি আপোনাসকলৰ উদ্দেশ্য ?

মূলা—আমাক তুমি কেইটিমান বাতৰি দিব লাগে। সেয়ে হলেই আমাক যথেষ্ট সহায় কৰা হব।

কণচেং—সাধ্যমানে আপোনালোকৰ আজ্ঞা পালিবৰ যত্ন কৰিম।

মূলা—কব পাৰা নে এই পিনে আহোমৰ এজন ডাঙৰ বিষয়া আহিছিল নে ?

কণচেং—এই পিনে! আহোমৰ ডাঙৰ বিষয়া! কি প্ৰয়োজনত ?

মূলা—প্ৰয়োজনৰ কথা কব নোৱাৰোঁ। কিবা বিৰাগত ! বিষয় আশয় উচ্চ অভিলাষ মান সম্মান সকলো পৰিত্যাগ কৰি গুচি আহিছে।

কণচেং—আপোনালোক তেওঁৰ আত্মীয় ?

মূলা—আত্মীয় নহওঁ। কিন্তু তেওঁৰ অভাবত তেওঁৰ আত্মীয়তকৈও বেছি সন্তপ্ত।

কণচেং—কোন সেই হতভাগ্য এনে সম্পদ ভৰিৰে ঠেলি

বনবাস আশ্ৰয় কৰিবলৈ আহিছে! আপোনাসকলৰ কোনোবা তেন্তে তেওঁৰ প্ৰতি আসক্তা ?

মূলা—নহওঁ। আমি তেওঁৰ গুণ মুগ্ধা। আমি দুয়ো পৰিণীতা।

কণচেং—তেন্তে মই কি ভাবিম? স্বামী পুত্ৰ এৰি আপোনাসকল এজন অপৰিচিতৰ পিছে পিছে এইদৰে অসতৰ্ক ভাবে ঘূৰি ফুৰিছে!

মূলা—স্বামী পুত্ৰৰ মান প্ৰাণ কল্যাণৰ অৰ্থেই এনে দৰে ঘূৰি ফুৰি তেওঁৰ সন্ধান কৰিছোঁ।

কণচেং—কব পাৰেনে কি তেওঁৰ নাম বা কি তেওঁৰ বিষয় ?

মূলা—আহোম ৰাজসভাৰ তিনিজনা ডাঙৰীয়াৰ তেওঁ এজন। বৰপাত্ৰ তেওঁৰ বিষয়! কণচেং তেওঁৰ নাম। সৰ্ব্বসাধাৰণৰ মাজত নগা কোঁৱৰ বুলি পৰিচিত। তেওঁৰ অবিহনে আজি আহোমৰ ঘোৰ দুৰ্দ্দিন। দেশ পাঠানৰ হাতত যায় যায়! ৰাজধানী অৰক্ষিত! ৰজা বিহ্বল। ডেকাৰজা মাজিউকোঁৱৰ তেওঁৰ কাৰণেই বন্দী। এনে অবস্থাত কি সুখত গৃহবাস সম্ভব! সেই কাৰণেই স্বামী পুত্ৰৰ কল্যাণৰ অৰ্থে তেওঁৰ অন্বেষণ কৰি হাবিয়ে বননীয়ে ঘূৰি ফুৰিছোঁ।

কণচেং—[ হুমুনিয়া পেলাই স্বগতঃ ] ধিক মোৰ জন্ম! ধিক মনুষ্যত্ব! কি কৰিলোঁ! বিবেক বৰ্জ্জিত পশুৰ দৰে কিয় গুচি আহিলোঁ!

মূলা—নিমাত হলা কিয় যুৱক ? তোমাক ইমান উত্তেজিত দেখিছোঁ কিয় ? মুহূর্ত্ততে তোমাৰ মুখ শেঁতা পৰি গ'ল ! আকৌ মুহূর্ত্ততে কি উত্তেজনাত ৰঙা হৈ উঠিল ! কোৱা যুৱক যদি তেওঁৰ কিবা সন্ধান জানা ?

কণচেং—দেবী, মোক ক্ষমা কৰক। বিবেক মোৰ অসংযত। মোৰ মনুষ্যত্ব লুপ্ত ! মই প্ৰবঞ্চক ! মই পিশাচ ! মোক ক্ষমা কৰক।

মূলা—তোমাৰ কথাত যে আচৰিত হৈছোঁ যুৱক। তোমাৰ অপৰাধ কি যে তোমাক ক্ষমা কৰিম। তুমি ইমান উত্তেজিত হৈছা কিয় ?

কণচেং—মোৰ অপৰাধ অতি গুৰুতৰ দেবী। মই এক অতি হীন অতি হেয় নৰকৰ কীট ! কব নোৱাৰোঁ—কোন আপোনালোক—কোন ভাগ্যবানৰ গৃহলক্ষ্মী—! তথাপিও মাতৃ বুলি সম্বোধন কৰিছোঁ। মাতৃ, মোৰ অপৰাধ ক্ষমা কৰক।

মূলা—আমি যে একো বুজিব পৰা নাই, তোমাৰ এই ক্ষমা ভিক্ষাৰ কাৰণ ! তোমাক আমাৰ পৰিচয় দিবলৈ একো শঙ্কা নাই যুৱক ! আমাৰ পৰিচয়—এওঁ আহোম ৰাজকুঁৱৰী—ডেকাৰজা চুক্লেনৰ পত্নী আৰু মই,—আহোম ৰাজমন্ত্ৰী চাওফ্ৰাচেংমুং বৰগোঁহাই মোৰ স্বামী।

কণচেং—আৰু এই নৰাধম,—অসূৰ্য্যম্পশ্যা আহোম কুললক্ষ্মী সকল যাৰ অন্বেষণত আজি বনচাৰিণী, সেই মনুষ্য আকৃতিত দানৱ নগা কোঁৱৰ।

মূলা—আপুনিয়েই নগা কোঁৱৰ! আহোম ৰাজমন্ত্ৰী কণচেং বৰপাত্ৰ গোহাঁইদেও!

কণচেং—হয়, ময়ে সেই অভাজন!

মূলা—ডাঙৰীয়া, নাজানি কত অপৰাধ কৰিছোঁ! হীন বুদ্ধি নাৰী বুলি যেন মাৰ্জ্জনা কৰে!

হেলা—জ্যেষ্ঠ আপনি মোৰ পিতাৰ স্বৰূপ! কন্যা বুলি অভাগিনীৰ অপৰাধ মাৰ্জ্জনা কৰক।

[ কণচেঙক সেৱা কৰে ]

কণচেং—আৰু মোৰ অপৰাধৰ মাত্ৰা নবঢ়াবা!

মূলা—অভাগিনীৰ স্বামী বন্দী! আপুনিয়েই অভাগিনীৰ একমাত্ৰ ভৰসা। আপুনি ৰক্ষা নকৰিলে তেওঁৰ আৰু কোনো উপায় নাই। সেই আশাতে বন্দী হৈ সেই সাহতে ভৰ দি ৰাজকুঁৱৰী হৈয়ো শত যন্ত্ৰণা ভোগ কৰি আপোনাৰ সন্ধান কৰি ওলাই আহিছে!

কণচং—মই কি কৰিব পাৰোঁ? কোঁৱৰসকল বা কি অপৰাধত বন্দী?

হেলা—অপৰাধৰ কথা শুনিলে আৰু এই অভাগিনীলৈ স্নেহৰ চকুৰে চাব পাৰিবনে? অপৰাধ অতি ভীষণ, সেই অপৰাধৰ মাৰ্জ্জনা নাই। কিন্তু, কন্যা বুলি, অভাগিনী বুলি, মোৰ স্বামীক ক্ষমা কৰক। তাৰ পিছত বিচাৰ কৰক,—স্বামী মোৰ নিৰপৰাধ। স্বৰ্গদেৱে অপৰাধী বুলি দণ্ড দিছে বুলিয়েই লোকৰ চকুত অপৰাধী!

কণচেং—কোৱা, স্বৰ্গদেৱেই বা কি অপৰাধত দণ্ড বিহিছে।

হেলা—অপৰাধ, আপোনাক জীৱন্তে পুৰি মাৰিবৰ উদ্দেশ্যে আপোনাৰ ঘৰত জুই দিয়া।

কণচেং—এই মাত্ৰ! যেয়ে হওক সেই অপৰাধী,—তেওঁ মোৰ পৰম বন্ধু। তেওঁ মোৰ পৰম সুহৃদৰ কাম কৰিছে।

মূলা—আপুনি কি নেজানে ডাঙৰীয়া কোনে আপোনাৰ ঘৰত জুই দিছিল? সকলোৱে জানে আৰু স্বৰ্গদেওৰো বিশ্বাস, সেই অপৰাধী কোন আপুনি জানে, আৰু স্বৰ্গদেওৰ ওচৰত সেই কথাৰ গোচৰ দিব লাগিব বুলিয়েই,—হয়তো স্বৰ্গদেওৰে পুত্ৰৰ বিপক্ষে স্বৰ্গদেওক গোচৰ কৰিব লাগিব বুলিয়েই, ৰাজ্য এৰি গুচি আছিল। বিশ্বাসী চোৰাংচোৱাই অপৰাধীৰ নাম নকৈ নিজৰ প্ৰাণ দিলে। এইবিলাক সকলো গুণিয়েই, স্বৰ্গদেৱে নিজৰ পুত্ৰকেই দোষী বুলি স্থিৰ কৰি দণ্ড দিছে। সেই দণ্ড ৰহিত কৰিব পাৰে একমাত্ৰ আপুনি।

কণচেং—স্বৰ্গদেৱে ভুল কৰিছে,—যদি স্বৰ্গদেৱে তেনে অনুমান কৰিয়েই দণ্ড দিছে। মই অপৰাধীৰ কথাহে নেলাগে ইমানকো নেজানো যে কোনোবাই মোৰ ঘৰত জুই দিছে। যদি জানিলোঁহেতেন যদি চিনিলোঁহেতেন কোন মোৰ সেই পৰম হিতকাৰী, এবাৰ অহাৰ আগতে তেওঁক বন্ধু বুলি আলিঙ্গন দি আহিলোঁহেতেন।

মূলা—আপোনাৰ হৃদয় অতি উচ্চ, অতি মহৎ। আপুনি বন্ধু বুলিলেই তো ৰজা প্ৰত্যয় নেযাব! মোৰ ভনীটিক এই

শঙ্কটত আপুনি ৰক্ষা নকৰিলে তেওঁৰ যে আৰু কোনো নাই!

হেলা—স্বৰ্গদেৱে যে ইয়াতকৈও কঠোৰ দণ্ড নিবিহিব তাৰ একো নিশ্চয়তা নাই।

কণচেং—যোৱা আই। স্বৰ্গদেওক কোৱাগৈ মোৰ ঘৰ পোৰাৰ বাতৰিও মই নেজানো। মই সেই কাৰণে অহা নাই। আহিছোঁ, বিষয়ত মোৰ স্পৃহা নাই বুলি, সম্পদ মোৰ ভাল নেলাগে বুলি। যি পুৰিছে তেওঁ মোৰ পৰম উপকাৰী। তোমাৰ স্বামীৰ কোনো অমঙ্গল নহয়। স্বৰ্গদেৱে এই কথা জানিলে তেওঁলোকক অৱশ্যে মুক্তি দিব।

হেলা—স্বৰ্গদেও আপোনাৰ কাৰণে ব্যাকুল। আপুনি নিজে নগলে কেতিয়াও প্ৰত্যয় নেযায়।

কণচেং—নিশ্চয় যাব আই। কবাগৈ স্বৰ্গদেওৰ দুই ৰাজকোঁৱৰ মোৰ পৰম বন্ধু। তেওঁলোকে মোৰ হিত বাজে অহিত চিন্তিব নোৱাৰে।

হেলা—নহয়! দয়া কৰক, এবাৰগৈ নিজে ৰাজধানীত পদাৰ্পণ কৰক! মোৰ সকলো কামনা পূৰ্ণ হব।

কণচেং—নকৰিবা আই! সেই অনুৰোধ মোক নকৰিবা। যোৱা, ঈশ্বৰে তোমাৰ মঙ্গল কৰিব।

মূলা—ইমান নিদাৰুণ আপুনি হব নোৱাৰে। আপোনাৰেই কন্যা স্বৰূপ এই অভাগিনীক এবাৰ আই বুলি মাতি কেনেকৈ আকৌ তেওঁৰ বধৰ ভাগী হব!

কণচেং—স্বেচ্ছায় এবাৰ ৰাজসিক সকলো বাসনা জলাঞ্জলি

দি বনবাস আশ্রয় কৰিছোঁ। কোন মুখে উভটিম! ক'ত থাকিব মোৰ মনুষ্যত্ব ?

মূলা—যদি পুৰুষহে এগৰাকী দুৰ্ব্বলা বিপদগ্ৰস্তা ৰমণীৰ উদ্ধাৰৰ চেষ্টা নকৰি তেওঁৰ বধৰ ভাগী হয়, তেন্তে, তাতেই নেকি পুৰুষৰ পুৰুষত্ব—মানুহৰ মনুষ্যত্ব ?

কণচেং—মিছা কথা দেবী, মই মনুষ্য নহয় মই পশু! পশুৰ আকৌ মনুষ্যত্বৰ বৰাই কিয়? মই মনুষ্যত্ব পুৰুষত্বৰ বৰাই নকৰোঁ।

হেলা—মই যে বৰ অভাগিনী! দয়া কৰক। এবাৰ ভাবি চাওক অভাগিনীৰ কপালৰ কথা। মোৰ যে কোনো নাই! [ কান্দে ]

মূলা—বলক গাভৰুদেও, কান্দিলে কি হব! পুৰুষৰ নিৰ্য্যাতন সহিবলৈকে নাৰীৰ জন্ম। নাৰীৰ শক্তিৰে যি অসাধ্য তাকো কৰিলে। তথাপিও যদি পুৰুষৰ পাষাণ প্ৰাণত এধানিমান দয়াৰ সঞ্চাৰ নহয় কান্দি কি কৰিব? উঠক গাভৰুদেও! আঁহক! পৰ্ব্বতৰ শিল আছে! দিখৌৰ পানী আছে—ককালৰ হেংদান আছে,—এইবিলাকেতো নাৰীৰ অন্তৰৰ ব্যথা বুজিব! এইবিলাকেতো উপেক্ষা নকৰে!

[ যাব খোজে ]

হেলা—অভাগিনীৰ তেনে কোনো উপায় নাই!

মূলা—মিছা আশাত কান্দি লাভ কি হব ভনীটি? পুৰুষে নোৱাৰে, আমি পাৰিম আহক। উপায় মহাশক্তিয়ে দিব। আপোনাৰ স্বামীক মুক্ত কৰিব নোৱাৰিব পাৰোঁ, কিন্তু, সেই

উদ্দেশ্যে নিজৰ প্ৰাণতো বলি দিব পাৰিম! সাৱিত্ৰীয়ে যম ৰজাৰ হাতৰ পৰা নিজৰ স্বামীক উদ্ধাৰ কৰিছিল, আমি স্বৰ্গদেওৰ আগত তুয়োৰে কটামূৰ উপহাৰ দি আপোনাৰ স্বামীৰ উদ্ধাৰ প্ৰাৰ্থনা কৰিম। আহক যাওঁ।

[ তুয়োৰে প্ৰস্থান। কণচেঙে ৰ লাগি সেই পিনে চাই থাকে। ]

কণচেং—ৰব! নেযাব! ক'তা? ন'ৰল! গুচি গ'ল! কি কৰিলোঁ চেংলুং! পিশাচ! কি কৰিলি! ক'ত হেৰুৱালি তোৰ মনুষ্যত্ব! কোন নৰকত বুৰালি তোৰ পুৰুষত্ব! নহয়! মই যাম! আৰু চিন্তা নহয়! যাম! ৰব! নেযাব! মই আহিছোঁ—

[ লৰিলৰি—সেই বাটে প্ৰস্থান ]

—পট পৰে।—

---

## চতুৰ্থ দৃশ্য

নগা পৰ্ব্বতৰ মাজৰ হাবি।

[ এটা পৰ্ব্বতৰ টিলাৰ ওপৰত উঠি লুকুৱে ঠৰহৈ দূৰৈলৈ চাই থাকে ]

[ খুণবাওৰ প্ৰবেশ ]

খুণ—আক তাৰ আয়িলে আক কুছি ক'ল! তাৰ কি অল! অঅম পালে তাৰ কি তৈ আয়িলে ইয়াতে তাকিবৰ মন নাই! দিন দিন তাৰ মন বং নাই! আকৰ অমান মুকত আঁয়ি নাই। অদায় দিন কিবা মন তুক। লুকু পালে তাৰ কিমান বাল পায়! তেউ তাৰ অলে অলপমান মন বাল নাই।

তাৰ কি অ'ল ? কিয় কুছি ক'ল। লুকু দেকি পালে কি অব ! তাৰ কুচি কলে দেকি পালে লুকু কেতিয়া নাতাকে। লুকু বলিয়া অব। লুকু পালে বয় লাকে দেকি তাকে আমাৰ দৰিব নকল। লুকু কিয়ানি তাৰ যুৱা দেকি পুৱা নাই ! যাওঁ,—লুকু ক'ত তাকিছে দেকিম।

[ যাব খুজিঁ পৰ্ব্বতৰ টিঙৈল মন কৰি ৰ লাগে ]

অ অউ কুন ? পৰ্পত উপৰ তৰ লাকি কিবা দেকিছে। দেও না মানু ! কুন ! অ লুকু—নয়—লুকু ! তুৰ দেকি পালে লুকু ! তাত পৰা তাকে দেকিছ ! লুকু ! লুকু !

[ লুকুৱে এবাৰ বাপেকৰ ফালে চাই চকু ঢাকি কান্দে। ]

কানিছ লুকু ? তাত পৰা কি দেকিছ ?

লুকু—কাকাটি অউ কুছি কলে—

খুণবাও—আয়িব লুকু ! ইতিয়া আয়িব।

লুকু—আৰু কাকাটি নায়ে বুবু।

খুণবাও—আয়িব লুকু। আমাৰ আনি দিব। নামি আ লুকু।

লুকু——বুবু [ কান্দে ]

খুণবাও—উস্ [ চকু পানি মুছি ] লুকু !

লুকু—কাকাটি মুৰ পালে কং কৰি কুছি কলে—

খুণবাও—তুৰ পালে তাৰ কং অব মুৱাৰে লুকু। তাৰ আৰু আয়িব ! নামি আ লুকু ! আমাৰ একলক্ যাই তাৰ পালে দৰি আনিম।

লুকু—তাৰ আৰু নায়ে বুবু! অউ আবি আবি লৰি কুছি ক'ল। ইমান পৰ আমাৰ দেকি পাইছে বুবু! তাৰ কুছি ক'ল! তাৰ আৰু নায়ে বুবু! আমাৰয়ে তাৰ কেদিলে। বুবু! কাকাটি পালে আমাৰয়ে কেদিলে!

খুণ—তুৰ কি কেদিব লুকু! তাৰ এনে যাইছে আক' আয়িব। আ লুকু, নামি আ।

লুকু—আমাৰ কেদি পাইছে বুবু। আমাৰ কেদিছে! কাকাটি জানি পালে, তাকে নিব বাবি, অঅম মান্থু আমাৰ দেন্থু লকতে মাবিছে। কাকাটি য়েই মান্থু পালে কেদি কুছি ক'ল!

খুণ—লুকু!

লুকু—বুবু!

খুণ—আ লুকু, নামি আ! তাৰ পালে আমাৰ আনিব যাম। ইতিয়া যাম!

লুকু—উঃ! আমাৰ দেন্থু লকতে মাবি তানতৰ আবি আবি কিমান বিচাৰি দেকি নাপালে। ইয়াত পৰা দেকি পাইছে কুছি কল! তানতৰ পিছ পিছ কাকাটি কুছি কল! কাকাটি আৰু নায়ে বুবু!

খুণ—আয়িব লুকু! নামি আ!

লুকু—তুৰ গৰ যাবি বুবু!

খুণ—তুৰ নায়িলে আমাৰ নাযায় লুকু!

লুকু—যা বুবু, আমাৰ নাযায়।

খুণ—ইয়াতে ৰকি তাকি কি অব লুকু! আ!

লুকু—উঃ! অউ! অউ আবি পালে কাকাটি কলেকৈ আৰু তাৰ দেকি নাপাওঁ বুবু!

[ চকু ঢাকি কান্দে ]

খুণ—কানিছ লুকু! তুৰ কানিলে আমাৰ মৰিব অমান দুক পায়! নাকানিবি লুকু!

লুকুঁ—নাকানু বুবু! যাম!

খুণ—ক'ত যাবি লুকু?

লুকু—[ আকাশৰ ফালে আঙুলিয়াই ] অউ তাতে যাম বুবু—তাত পৰা অদায় দিন্ কাকাটি পালে দেকি তাকিম।

খুণ—লুকু! লুকু! মুকে তুৰ অউ দেনু লকতে মাৰি পেলা লুকু! মাব! তাৰ পিছে তুৰ যি মন লাকে কৰি তাক্ লুকু!

লুকু—কাকাটি! কাকাটিক মই বৰ বাল পাওঁ বুবু!

[ পৰ্ব্বতৰ টিঙৰ পৰা লুকুৱে তললৈ জাপ মাৰি দিয়ে। খুণবাৱে লুকু লুকু বুলি চিঞৰি কোলাকৈ ধৰেগৈ। ]

—আঁৰ কাপোৰ—

---

## পঞ্চম দৃশ্য

### বন্দীশাল

[ চুক্লেনকোঁৱৰ মৌন হৈ বহি থাকে। ]

চুক্লেন—হা অদৃষ্ট! কপালত ইও আছিল! পিতা! পিতা! এই বিচাৰকে কৰিছা ৰাজদণ্ড হাততলৈ! ভবা নাই কাক দণ্ড দিছা! ভবা নাই কালিলৈ কি হব পাৰে! হব পাৰা ৰজা! হব পাৰা পিতা! কিন্তু, যদি দিন পাওঁ! যদি কোনো উপায়ে মুক্তি পাওঁ! পিতা, এই অবিচাৰৰ পৰিণাম ভুঞ্জিব লাগিব! পুত্ৰ বুলি এবাৰ ভাবি চোৱা নাই—পিতা বুলি সেই দিনা পুত্ৰৰো ভাবিবৰ অবসৰ নহব! দিন পালে এনেদেৰে—ঠিক এনেদৰে—পুত্ৰও অবিবেকী হব পিতা! সেই দিন আহিব! আহিবনে? সেই সৌভাগ্য মোৰ হবনে? অবিবেকী পিতাৰ অবিচাৰৰ পৰিণাম ভুঞ্জাবৰ ভাগ্য মোৰ হবনে? উস্! কোনে মোক মুক্ত কৰি দিব! যদি ৰজা হওঁ—ৰাজ্য দিম সম্পদ দিম সকলো দিম! চিৰ জীৱন কৃতজ্ঞ থাকিম!

[ আকৌ মৌন হয় আৰু হেলাগাভৰু সোমায় ]

হেলা—স্বামী! প্ৰভু!

চুক্লেন—কোন? হেলা? তুমি ইয়াত! হেলা! হেলা! মোৰ প্ৰাণাধিকা হেলা! মোক এটা মুক্তিৰ বাট—দিব নোৱাৰা হেলা!

হেলা—তাৰ চেষ্টাতেই আজি ইমান দিন-আহাৰ নিদ্ৰা মান সম্ভ্ৰম সকলো এৰি হাবিয়ে বননীয়ে ঘূৰি ফুৰিও অৱশেষত

সকলোতে ব্যৰ্থ হৈ উভটি আহিছোঁ নাথ। যদি এই হত-ভাগিনীৰ প্ৰাণ দিলেও আপোনাক স্বৰ্গদেৱে মুক্তি দিলেহেঁতেন, —হেলা তাৰ কাৰণেও প্ৰস্তুত আছিল।

চুক্লেন—তেন্তে কি কোনো উপায় নাই হেলা ?

হেলা—মোৰ ডিঙিৰ মুক্তাহাৰ প্ৰহৰীক উপহাৰ দি এবাৰ আপোনাৰ দৰ্শন পাবলৈ আহিছোঁ নাথ। তাতো এক মুহূৰ্ত্তৰ ওপৰ হলে প্ৰহৰীৰো হয়তো ডিঙিৰ ওপৰত মূৰ নেথাকিব! উপায় এটা আছে নাথ কিন্তু কবলৈ সাহ নহয়, জানোছা অভাগিনীৰ প্ৰতি ঘৃণা হয়!

চুক্লেন—কোৱা, কোৱা হেলা কি উপায়। কবলৈ সাহ নহয় কি কৈছা হেলা ? কি উপায় কোৱা কোৱা!

হেলা—আপুনি স্বামী গুৰু সাক্ষাৎ দেৱতা। আপোনাৰ কাৰণে মোৰ ক্ষুদ্ৰ প্ৰাণ গলেও মোৰ গৌৰব থাকিব, পত্নী মই মোৰ প্ৰাণ স্বামীৰ সামান্য উপকাৰত লাগিল!

চুক্লেন—জীৱন মৰণৰ এই সন্ধিস্থলত ভণিতা ভাল নেলাগে হেলা, কোৱা কি উপায়!

হেলা—উপ্ৰায় এয়ে নাথ—আপোনাৰ সেই পৰিচ্ছদ সলাই মোৰ এই হীন পৰিচ্ছদ আপুনি পিন্ধি ওলাই যাওক। প্ৰহৰীয়ে একো নোশোধে মৰে উভটি গৈছোঁ বুলি ভাবি বাট এৰি দিব। কিন্তু নাথ, বাজ হৈ যদি এই পুৰীৰ ভিতৰত বেছি পলম কৰে তেন্তে ধৰা পৰিবৰ খুব সম্ভাবনা। নগৰৰ বাহিৰত লাভৈ পোহাৰীৰ ঘৰত অশ্ব প্ৰস্তুত আছে। একেবাৰে তালৈ যাব আৰু তাৰ পৰা ঘোঁৰা লৈ কলীয়াবৰৰ ওচৰত

ৰণক্ষেত্ৰলৈ যাত্ৰা কৰিব। পাঠানৰ লগত আহোমৰ যি ৰণ লাগিছে, তাত গৈ আত্মপৰিচয় দি বৰগোঁহাই ডাঙৰীয়াৰ ওচৰ চাপিব। তেখেতৰ পাৰ্শ্বচৰ স্বৰূপে হলেও ৰণত আপোনাৰ নিপুণতা দেখুৱাব! পাঠানক দেখুৱাব আপুনি আহোমৰ সুযোগ্য যুৱৰাজ! আপোনাৰ এই অপযশ তেতিয়া নেথাকে নাথ! সকলো আহোম সেনাই আপোনাৰ জয়ধ্বনি কৰিব। স্বৰ্গদেৱে আপোনাৰ অপৰাধৰ কথা পাহৰি যাব!

চুক্লেন—তোমাৰ কথা পালিবৰ যত্ন কৰিম। আগেয়ে মুকলি হওঁ।

হেলা—নহয় নাথ, আগেয়ে প্ৰতিজ্ঞা কৰক! স্বদেশৰ কাৰণে প্ৰাণ পূৰ্ণাহুতি দিম বুলি ওলালে আপোনাৰ মঙ্গল বাদে কেতিয়াও অমঙ্গল নহয়!

চুক্লেন—প্ৰতিজ্ঞা কৰিছোঁ। তোমাৰ কথা বৰ্ণে বৰ্ণে পালন কৰিম।

হেলা—তেন্তে এই লওক নাথ। মই আগেয়েই প্ৰস্তুত হৈ আহিছোঁ। আপোনাৰ পৰিচ্ছদ সলাই মোক দিয়ক, এই পৰিচ্ছদ আপুনি পিন্ধক।

[ হেলাই এসজ ৰিহা মেখেলা চাদৰ চুক্লেনক পিন্ধাই দিয়ে ]

যাওক নাথ, ঈশ্বৰে আপোনাক নিৰাপদে ৰণক্ষেত্ৰ পোৱাই দিয়ক।

[ চুক্লেনক হেলাই সেৱা কৰে ]

চুক্লেন—তেন্তে, আহোঁ হেলা। লাভৈৰ ঘৰত ঘোঁৰা পামতো!

হেলা—নিশ্চয় পাব নাথ।

[ চুক্লেনৰ প্ৰস্থান। হেলাই চকুলো টোকে ]

যাওক নাথ, ঈশ্বৰে আপোনাৰ মঙ্গল কৰক। কিন্তু,—মোৰ কাৰণে—মোৰ কি হব—এবাৰ যোৱাৰ আগতে সুধিবৰো অৱসৰ নহ'ল! যাওক! তাৰ বাবে দুখ কিয়? সিপুৰীত দেখা হলে সোঁৱৰাম! নেলাগে! স্বামী মোৰ নিৰাপদ হওক মোৰ সেয়ে গৌৰব! হৃদয়ত বল দিয়া নাৰায়ণ!

[ তলমূৰকৈ বহি চকুপানী টোকে ]

—পট পৰে—

---

## ষষ্ঠ দৃশ্য

### পাঠান শিবিৰ

[ তুৰবক, হুছেন খাঁ, তাজু খাঁ, কাছিতাৰা আৰু লেহেতীয়া ]

তুৰবক—সেনাপতি সকল! আপোনালোকৰ পৰিশ্ৰমৰ বলতে আৰু আপোনালোকৰ সহায়তে ইমান দিন পাঠানৰ বীৰ নাম অক্ষুণ্ণ ৰাখি আহিব পাৰিছোঁ। কিন্তু, এইবাৰ দেখিছোঁ সমস্যা বৰ ডাঙৰ। আহোমৰ এইবাৰ অহ সেনাপতি দেখিছোঁ আগৰ বিলাকতকৈও ভয়ানক। সি আহিবৰ পৰা পাঠানৰ তো কোনোদিনেই জয় শুনা নাই তাৰ উপৰি সেইদিনা শুনিছোঁ সি বোলে অকলে যুদ্ধ কৰি আমাৰ বিজয়ী পাঠান সৈন্যকো পলাবলৈ বাধ্য কৰিলে আমাৰ সৈন্য বোলে তেতিয়াও প্ৰায় এশ মান আছিল

আৰু তাৰ লগৰ সৈন্য আটাইবিলাকেই ৰণত পৰি কেৱল সিয়েই অকলে যুঁজি আছিল! বৰ তাজ্জৱ কথা!

কাছি—শুনা কথা জনাব, শুনা কথা!

হুছেন—বাস্তবিক জনাব, শুনা কথাত কি বিশ্বাস! এশ পাঠান সৈন্য পলাই আহিব এটা আহোমৰ ভয়ত! হয়তো আমাৰ সৈন্যই তাক অকলশৰীয়া দেখি যুদ্ধ কৰিবলৈ ভাল নাপাই গুচি আহিল।

তাজু—নহলে কি সি চয়তান আছিল নে কি? এক শ পাঠানৰ লগত এটা আহোমে যুঁজিব! পাঠান সেনাই তাক মেহেৰবানি কৰি নেমাৰিলে জনাব!

কাছি—আৰু জনাব, এশ নেলাগে দুই চাইটা পাঠানৰ লগতো একেলগে যুঁজিবলৈ তাৰ তো আৰু চাৰিখন হাত নহয় যে চাৰিখন তাবোৱাল ধৰিব!

তুৰবক—যেতিয়ালৈকে তাৰ লগত নিজে যুদ্ধ কৰি নেপাওঁ কব নোৱাৰি কাৰ বাহুত কিমান জোৰ!

হুছেন—খালি জোৰ হলেই তো যুদ্ধ নহয় জনাব! বুদ্ধিও তো লাগে। মই দেখিছোঁ। এই আহোমবিলাকৰ এক একটা ম'হৰ সমান একো একোটা মানুহৰ জোৰ কিন্তু বুদ্ধি হলে একো নাই। বুদ্ধিও ঠিক সেই ম'হৰে নিচিনা!

তুৰ—যেই হওক আমাৰ হুচিয়াৰ থকা ভাল!

কাছি—অৱশ্যে জনাব অৱশ্যে। আৰু জনাব এইটো কথাও ঠিক্—যিমানেই তাৰ জোৰ থাকক বা যিমানেই

তাৰ বুদ্ধি থাকক তাৰ দিন ওচৰ চাপিছে। হয় কালিলৈ নহয় পৰহি—তাতো নহলে টানি মানি তিনিদিন! এই তিনিদিনত তাৰ শেষ কৰিমেই কৰিম।

তুৰ—এই তিনিদিনতে আকৌ উল্টাও হব পাৰে!

কাছি—জনাবৰ বঙাল সেনাপতি ইমান কেঁচা লৰা নহয়! মোৰ সকলো ঠিক আছে জনাব।

তুৰ—সেনাপতি, মই আপোনাৰ কাণ্ড কাৰখানা দেখি বাস্তবিকে অবাক। কেনেকৈ আপুনি ইমান জোগাৰ কৰে আৰু ইমান খবৰ ৰাখে? আনকি আহোমৰ ভিতৰৰ সৰ্ব খবৰো পায়, মই যে ভাবি অবাক হওঁ। আমাৰ গুপ্তচৰ বিলাকতো সব্ মিছা, কোনো কামৰ পাত্ৰ নহয়! আপুনি কেনেকৈ ইমান খবৰ ৰাখে?

হুছেন খাঁ—জনাবে নাজানে সেনাপতিৰ এটা তোফা গুপ্তচৰ আছে। যেনে খুবচুৰৎ তাৰ চেহেৰা তেনে সি বিশ্বাসী আৰু তেনে হুচিয়াৰ! জনাবে বোধকৰোঁ তাক দেখা নাই।

তুৰ—কালি কি পৰহি কিজানি দেখিছিলোঁ। এটা লৰা আহি আমাৰ দুই দোস্তৰ লগত কি আলাপ কৰি গ'ল। মই মাতিলোঁ, মোক খালি আদাব দি গুচি গ'ল! সিয়েই নেকি সেনাপতি আপোনাৰ গুপ্তচৰ!

কাছি—হয় জনাব।

হুছেন—তাৰ কি নাম কৈছিল জনাব,—হীৰামন নে তোৰামন কি মন! খুব ভাল এটা নাম!

কাছি—ৰতিমন !

হুছেন—ৰতিমন ! ঠিক ! ৰতিমন !

তুৰ—নিচেই লৰা মানুহ ।

কাছি—লৰা হলেও কামত সি বুঢ়া জনাব ।

তুৰ—সি যুদ্ধও কৰে নেকি ? হয়তো বেচেৰাৰ কোনো-দিন কাৰবাৰ হাতত প্ৰাণ যাব ! তাক হুচিয়াৰ কৰি দিব লাগে ।

কাছি—সি ইমান কেঁচা লৰা নহয় জনাব । আৰু সি যুদ্ধও নকৰে । সি এটা লিগিৰা !

তুৰ—লিগিৰা আকৌ কি ? কোনোবা সেনাপতি কি বজাৰ লৰা নেকি ?

লেহে—নহয় জনাব, লিগিৰা মানে চাকৰ ।

তুৰ—ইমান খুবচুৰৎ চেহেৰাৰ চাকৰ ! আচ্ছা জনাব এইবাৰ সি আহিলে তাৰ লগত মোৰ মুলাকাৎ কৰাই দিব । সি ইমান আমাৰ কাম কৰি দিয়ে, মই তাকে খুছি কৰি বক্‌চিচ্ দিম ।

লেহে—( স্বগতঃ ) সৰ্ব্বনাশ ! দেখিছোঁ, কথা মস্কিলেই হ'ল ! যদি কেনেবাকৈ ৰতিমনৰ পৰিচয় ওলাই পৰে ! যদি গম পায় ৰতিমন লৰা নহয় ছোৱালী হে ! [ প্ৰকাশ্যে ] চাকৰৰ লগত বেচি ঘনিষ্ঠতা ভাল নহয় জনাব ।

কাছি—বক্‌চিচৰ সময় আছে । আমাৰ কাম হৈ গলেও দিব পৰা যাব ! সি ইয়ালৈ অহা কোনোবাই জানিলেও তাৰ ফালে সৰ্ব্বনাশ ! তাতে আকৌ আজিকালি সি, এতিয়া

অহা আহোমৰ যুৱৰাজৰ লিগিবা সোমাইছে! তাৰ সময়ো আজিকালি খুব কম!

তুৰ—আচ্ছা বেচ! পিছত সময় বুজি দেখা দিলেও হব। তাক মই খুব খুছি কৰি বকৃচিচ্ দিম! বাৰু সেইবোৰ কথা যাওক। এতিয়া আমাৰ যুদ্ধৰ বিষয়ে পৰামৰ্শ কৰিব লাগে। নবাবৰ পৰা খবৰ পাইছোঁ সেনাপতি বীৎমালেকৰ হাতত আৰু সৈন্য পঠাইছে। সিহঁত আহি ভৰলীৰ ওচৰ পাইছেহি। আমি খবৰ পঠালেই আগ বাঢ়িব। মোৰ মনে তেওঁলোক এতিয়া তাতেই থাওক। আমি যদি প্ৰয়োজন দেখোঁ পিছত মাতিম।

কাছি—জনাবে ঠিক কৈছে। এতিয়া তেওঁলোকক মাতিবৰ কোনো প্ৰয়োজন নাই। আহোমেও বুজি থাওক আমাৰ নতুন সৈন্য সামন্ত একো অহা নাই। যি আছে তাৰেই যুদ্ধ চলাব লাগিব। তেতিয়া সিহঁতে যুদ্ধৰ আয়োজন ডাঙৰ নকৰে।

তুৰ—বাৰু সেয়ে হব। মই সেই খবৰ আজিয়েই বীৎ-মালেকলৈ পঠাম। এতিয়া আমি কালিলৈ যুদ্ধৰ কি আয়োজন কৰিম তাৰ মীমাংসা কৰোঁহক। আমি সিহঁতক কোন ফালৰ পৰা আক্ৰমণ কৰিম আৰু কিমান সৈন্য কাৰ নেতৃত্বত পঠাম?

কাছি—মোৰ মনে জনাব, আক্ৰমণটো আমি বাদ দিওঁ। শত্ৰুপক্ষই আমাক আক্ৰমণ কৰক। আমি কেবল প্ৰস্তুত থাকিমহঁক।

হুছেন—ময়ো তাকেহে ভাল দেখোঁ। মোৰ মনেও আক্ৰমণ আমি নকৰোঁ, সিহঁতেই কৰক !

কাছি—মোৰ যিমান দূৰ বিশ্বাস আৰু যেনে দৰে শুনিছোঁ, সিহঁতেই আমাক আক্ৰমণ কৰিব। আমাৰ আক্ৰমণলৈ সিহঁতে বাট নেচায়। আমাকো তাকে লাগে। আমাৰ সৈন্য প্ৰতি মুহূৰ্ত্তে তাৰ কাৰণে প্ৰস্তুত থাকিব লাগে। কোনো ভয় নাই জনাব। আক্ৰমণ কৰিবলৈ আহি সিহঁতৰ এটাও সেনা শিবিৰলৈ উভটি যাবলৈ নেথাকিব।

তুৰ—যদি তেনেকুৱাই হয়, আৰু আপোনালোকে তাকে ভাল দেখে, সেয়ে হওক। কিন্তু মোৰ মনে তাৰ লগতে আৰু অলপ কাৰচাজি কৰিলে কাম একেবাৰে চাফাই হব ! আমাৰ এটা ফৌজ এজন সেনাপতিৰে সৈতে কিছু আগবাঢ়ি গৈ ৰাতিয়েই এক জাগাত লুকাই থাকক গৈ। যেতিয়া শত্ৰুদল, জিকি হওক হাৰি হওক শিবিৰলৈ ঘূৰিব, তেতিয়া সেই ফৌজ অতৰ্কিতে আহি সিহঁতক আক্ৰমণ কৰিব। তেতিয়া ক'ত বা সেনাপতি ক'ত বা যুৱৰাজ সব একেলগে জহন্নামে যাব। মোৰ বুদ্ধি বেয়া হবনে জনাব ? কি কয় খাঁ চাহাবে ?

হুছেন—জনাবৰ তোফা বুদ্ধি। এই চালতে কিস্তি মাৎ !

কাছি—পাৰোঁতেনো অত যুদ্ধ জিনিছেনে জনাব ! এনেকুৱা প্ৰখৰ বুদ্ধি আছে বুলিয়েই তো নবাবে আনক নপঠিয়াই জনাবক পঠিয়াইছে।

তুৰ—মই দেখিছোঁ। আপুনি আৰু আমাৰ এই দোস্ত সহায় নোহোৱা হলে আমি কোনোবা দিনাই উভটি যাব লাগিলহেঁতেন! মই কেৱল নামতহে। পাঠানৰ খোছনাম ৰাখিছে আপোনালোকে। মই জৰুৰ নবাবক আপোনালোকৰ এই উপকাৰৰ কথা ভালকৈ ক'মগৈ।

লেহে—সেইটো জনাবৰ অনুগ্ৰহ।

কাছি—এতিয়া জনাব আমি উঠিবহে লাগে। সকলো বন্দৱস্ত ৰাতিয়েই কৰি থব লাগে। পুৱালৈ থলে একো কাম নহব।

তুৰ—ঠিক কৈছে। সকলোৱেই নিজৰ নিজৰ ফৌজ হুচিয়াৰ ৰাখিব—নিজেও প্ৰস্তুত থাকিব। কাৰ নেতৃত্বত কোন ফৌজ ৰাতিয়েই গৈ লুকাই থাকিব লাগিব মই এতিয়া নকওঁ। সেই কাম অতি গোপনে হব লাগিব যাতে আমাৰ পক্ষৰে সৈন্যই সেই কথাৰ গম নেপায়। সকলো প্ৰস্তুত থাকিব, মই সময় বুজি ক'মগৈ। যাকে পঠিয়াম তৎক্ষণাৎ সেয়ে যাত্ৰা কৰিব লাগিব। এতিয়া সকলো নিজৰ নিজৰ কামলৈ যাওক। আদাব! আদাব!

[ সকলোৱে প্ৰস্থান ]

—পট পৰে—

---

## সপ্তম দৃশ্য

চুক্লেন কোঁৱৰৰ শিবিৰ

[ ৰতিমন অকলে ]

ৰতি—হা অদৃষ্ট! মোৰ কি এনেকৈয়ে দিন যাব! যলৈকে গৈছোঁ ততে ব্যৰ্থমনোৰথ হৈছোঁ। কি আছিলোঁ কি হলোঁ! হে মোৰ প্ৰাণৰ দেৱতা! তোমাৰ সন্ধান কি নেপাম! দেশে বিদেশে কিমান ঘূৰিলোঁ! শেষত ইয়ালৈ আহিলোঁ ইয়াতো নাই! ক'ত লুকালো দেৱতা?

মাতৃ! আজিও তোমাৰ অন্তিমৰ অনুৰোধ বুকুত জ্বলিব লাগিছে। সেয়ে যেন শিথিল। কি এক দুৰ্দ্দমনীয় আকাঙ্খ্যাৰ হেঁচাত শিথিল! কিমান দৃঢ়কৈ মন বান্ধিবৰ যত্ন কৰোঁ কিন্তু, সেই মুখখনিৰ চিন্তাত ক'ব বন্ধন কেনি গুচি যায়! শৰীৰত ক্লান্তি আহি পৰে! সকলো পাহৰি যাওঁ—থাকা তুমি, আৰু থাকে তোমাক পাবৰ একেটি চিন্তা! কিয় তুমি মোৰ মানস পটত উদয় হৈ মোৰ সৰ্ব্বস্ব নিলা! যদি উদয় হলা কিয় মোৰ বুকু ভাঙ্গি গুচি গলা! চকুৰ অদৃশ্য হলা, কিন্তু মনৰ অদৃশ্যতো হব নোৱাৰা! ক'ত লুকালা দেৱতা! মনৰ কথা এবাৰ মুখ খুলি কবৰ অবসৰ নেপালোঁ! তুমি মহৎ! অভাগিনীৰ কথা শুনিলে হয়তো তোমাৰ দয়াও উপজিলহেঁতেন। কি কৰিলা! তুমিয়েই মোক কৰ্ত্তব্যভ্ৰষ্ট কৰিলা! তুমিয়েই মোৰ সৰ্ব্বনাশ কৰিলা! যদি এবাৰ দেখা পাওঁ—যদি অভাগিনী বুলি স্নেহৰ চকুৰে চাব পাৰা—

সকলো বিসৰ্জ্জন দিম মাতৃআজ্ঞা পৰিত্যাগ কৰিম—তুমি যদি নৰকলৈ ঠেলি পেলোৱা হাঁহি মুখে তাতো জাপ দিম! মোক একো নেলাগে—লাগে তোমাক—

[ চুক্লেন কোঁৱৰৰ প্ৰবেশ ]

চুক্লেন—ৰতিমন!

ৰতি—কোঁৱৰ!

চুক্লেন—এবাৰ বৰগোঁহাইৰ শিবিৰৰ পৰা আহিব পাৰ?

ৰতি—কিয় নোৱাৰিম! কিন্তু এটা কথা, মোক বৰ-গোঁহাই দেৱে চকু পাৰি দেখিব নোৱাৰে। যেনেহে কোন্দোৱাকৈ চায়,—মোৰ সেই পিনেই মাটি ফালি সোমাবৰ মন যায়। সেই দেখিহে যাবলৈ অলপ ভয় লাগে!

চুক্লেন—চালেই মানুহ মৰে নে অ! ডেকা ৰজাৰ লিগিৰা হৈ নো তোৰ ইমান ভয় নে?

ৰতি—পাৰোঁতেনে কোঁৱৰ? বাৰু কি কৰিবগৈ লাগিব?

চুক্লেন—একো নাই। এআষাৰ কথাকৈ গুচি আহিব লাগে।

ৰতি—গুচি আহিবগৈ পাৰিম, কিন্তু, কথা হলে কব নোৱাৰিম। ভুল হই যাব, নাইবা পাহৰি থাকিম।

চুক্লেন—বাৰু নেলাগে যা, অন্য কাৰবাক পঠিয়াই কোৱাম।

ৰতি—ইস্! তৰিলোঁ, তৰিলোঁ! ভৰি পিটিকি দিমনে কি কোঁৱৰ?

চুক্লেন—কি বৰগোঁহাইৰ ওচৰলৈ নপঠিওৱাৰ বকৃচিচ্ নেকি? বাৰু দে।

[ চুক্লেন বিছনাত বৰগাৰুত আউজি বহে আৰু
ৰতিমনে ভৰি পিটিকি দিয়ে ]

চুক্লেন—এটা কথা মনত পৰিছে ৰতিমন! তাহানি—

ৰতি—মনত পৰিলেই নে? বিছনাত কাতি হলেই মনত পৰে! আমি খহকা হাতেৰে ভৰি পিটিকি দিব খোজোঁতেই মনত পৰিল। কুমলীয়া হাতেৰে কুঁৱৰী আয়ে ভৰিত হাত দিলেই চাগৈ একেবাৰে জহকালি লুইতৰ পানীত পৰি থকা যেন লাগে, নহয়নে কোঁৱৰ?

চুক্লেন—এই পাগলটোৰ কথাবিলাক! আগেয়ে কথাটোকে শুনছোন! কুঁৱৰী আয়েৰৰ কথা নহয়।

ৰতি—তেন্তেনো আকৌ কাৰ কথা?

চুক্লেন—এজনী লিগিৰিৰ কথা! নাকে মুখে কথাই বতৰাই অবিকল তোৰ ভনীয়েক বুলিব পাৰি!

ৰতি—ইস্! এজনী মান ভনী থকা হলে মই সেনাপতি বা মন্ত্ৰীৰ বাব পালোৱেইহেঁতেন! হায় হায় মোৰ কপাল ঐ! এজনী ভনীও যদি থাকিলহেঁতেন।

চুক্লেন—মই যদি কোতিয়াবা ৰজা হওঁ—! বাৰু, তোৰ ভনীয়েক থাওক বা নেথাওক তোৰ কথা মই নেপাহৰোঁ!

ৰতি—উ, ৰজা বা হয়গৈ কেতিয়ালৈ?

চুক্লেন—তই নেজান ৰতিমন, তোক মই কিমান বিশ্বাস

কৰোঁ। আৰু সেই দেখিয়েই তোৰ গুৰিত মই পেটৰ কথা ভাঙ্গি কওঁ! তই এই কেইদিনতে মোক বৰ মৰম লগাইছ। তয়ো যদি মোৰ বিশ্বাস ৰাখ মই ৰজা হোৱালৈ বেছিদিন নেলাগে।

ৰতি—বাৰু কি কথা কব খুজিছিল? এজনী লিগিৰিব—

চুক্লেন—কব খুজিছিলোঁ, তোৰ দৰে বিশ্বাসী এটা লিগিৰা যদি সেই সময়ত মোৰ থাকিলহেঁতেন, তাই মোক এনেকৈ বুকুত শেল হানি যাব নোৱাৰিলেহেঁতেন! উস্! তাইক মই বৰ ভাল পাইছিলোঁ ৰতিমন।

ৰতি—তাইনো লিগিৰি এজনী হৈ কোঁৱৰক ইমান নীহ দেখিলেনে?

চুক্লেন—তাই দেখা নাই ৰতিমন। তাই বৰ ভাল আছিল। তাইক মই হাতৰ মুঠিত পাইছিলোঁ।

ৰতি—তেন্তে আকৌ এৰি দি এতিয়া বেজাৰ কৰিছে কিয়?

চুক্লেন—এৰি দিম! মই তাইক এৰি দিম! এৰি দিয়া নাই ৰতিমন! শত্রু! শত্রু। শত্রুয়ে মোৰ সৰ্ব্বনাশ কৰিলে।

ৰতি—শত্রু দেখোন ৰাজধানীৰ পৰা তিনি দিনৰ বাটৰ আঁতৰত! সিহঁতে আকৌ ৰাজধানীত তাইক কেনেকৈ পালেগৈ? আৰু পালেই বা, তাইনো নেযাওঁ বুলি নকলে কিয়? তাইৰ আচলতে আপোনালৈ মন নাই কোঁৱৰ!

চুক্লেন—মন আছিল ৰতিমন। মই তাইৰ মন পাইছিলোঁ।

মোক বাহিৰৰ শত্ৰুয়েও একো কৰা নাই। ঘৰৰ শত্ৰু, ৰতিমন। ঘৰৰ শত্ৰুয়ে মোৰ এনে সৰ্ব্বনাশ কৰিলে। নহলে তাইক মই পাইছিলোঁ ৰতিমন।

ৰতি—ঘৰৰ শত্ৰুনো আকৌ কোন কোঁৱৰ? ঘৰতো আপোনাৰ শত্ৰু আছেনে? আপুনি ৰাজকোঁৱৰ, সিহঁতৰ মূৰ কিটা ডিঙিৰ পৰা আতৰাই থব নোৱাৰিলেনে? হায়, হায় মই নেথাকিলোঁ কোঁৱৰ। মই থকা হলে চালোঁহেতেন আপোনাৰ নো কোন সেই কিটা শত্ৰু।

চুক্লেন—চুপ চুপ ৰতিমন। কোনোবাই যদি শুনে সৰ্ব্বনাশ হব!

ৰতি—কি সৰ্ব্বনাশ হব কোঁৱৰ। শত্ৰুক কেতিয়াও লাই দিব নেলাগে। মই নেপালো সিহঁতক।

চুক্লেন—উস্! ৰতিমন! শত্ৰুয়ে মোৰ কি নকৰিলে!

ৰতি—কি কৰিলে কোঁৱৰ? পিছে, সেই লিগিৰিজনী কলৈ গলগৈ?

চুক্লেন—পাষণ্ডহঁতে মোক বন্দী কৰিলে!

ৰতি—বন্দী কৰিলে! উস্! আপুনি ৰাজকোঁৱৰ, আপোনাকে বন্দী কৰিলে! আৰু তাইক?

চুক্লেন—মোক শত্ৰুয়ে বন্দী কৰাৰ পিছত তাইৰ কি হ'ল কলৈ গ'ল কব নোৱাৰোঁ।

ৰতি—তায়ো কিজানি কৰবাত আত্মঘাতিনী হ'ল! আপোনাৰ কোন সেই শত্ৰু কোঁৱৰ? এতিয়াও সি জীয়াই আছেনে?

চুক্লেন—আছে ৰতিমন! এতিয়াও সি জীয়াই আছে। তাক হত্যা কৰিব নোৱাৰিলে মোৰ বুকুৰ জুই মুমুমায়!

ৰতি—ক'ত সি কোঁৱৰ? কোন সি? তাক হত্যা কৰাই যুগুত। যিমান সোনকালে হয় তাক হত্যা কৰক কোঁৱৰ! উস্! ইমান তাৰ সাহ! কোন সি কোঁৱৰ!

চুক্লেন—কোন! সেই শত্রু মোৰ পিতা ৰতিমন! পিতা! যি পিতাৰ মুখ দেখিলেও পাপ হয়।

ৰতি—বাস্তবিক। কোন পিতাই পুত্রক বন্দী কৰিব পাৰে?

চুক্লেন—অকল বন্দী ৰতিমন! মই পলাই নহা হলে মোক হত্যাও কৰিলেহেঁতেন!

ৰতি—হত্যা কৰিলেহেঁতেন! এনে পিতা শত্রু নহয় কি? আপোনাৰ অপৰাধ!

চুক্লেন—অপৰাধ! একো নাই।

ৰতি—একো নাই! তাতে হত্যা! বাৰু কোঁৱৰ সেই লিগিৰি জনী খুব ধুনীয়া আছিল নহয়নে?

চুক্লেন—ধুনীয়া বুলি ধুনীয়া! সাক্ষাৎ যেন প্রতিমা।

ৰতি—বাৰু, তাইক কেতিয়াবা আপোনাৰ পিতাকে দেখিছিল নে?

চুক্লেন—কতবাৰ! কতবাৰ দেখিছে!

ৰতি—তেন্তে আৰু কথা নাই! যি ভাবিছোঁ সেয়ে।

চুক্লেন—কি ভাবিছ ৰতিমন?

ৰতি—ভাবিছোঁ,—তাৰ পিছত,—পিতা হলেও আপোনাক

হত্যা কৰা একো আচৰিত নহয়! আপোনাক নিশ্চয় হত্যা কৰিলেহেঁতেন! তাত কোনো—সংশয় নাই! পিছে আপুনি পলাল কেনেকৈ?

চুক্লেন—পলালোঁ কেনেকৈ? তোক মিছা কথা কি ক'ম ৰতিমন, মোক মোৰ কুঁৱৰীয়ে পলুৱাই দিলে। কুঁৱৰীৰ পোছাক মই পিন্ধি পলাই আহিলোঁ। কুঁৱৰী মোৰ পোছাক পিন্ধি বন্দীশালত থাকিল।

ৰতি—কি সৰ্ব্বনাশ! আপুনি কুঁৱৰীক তাতে এৰি পলাই আহিল! আপোনাক কুঁৱৰীয়ে ৰক্ষা কৰিলে, আৰু তেনে কুঁৱৰীক ৰক্ষা কৰিবৰ আপুনি একো যত্ন নকৰাকৈ গুচি আহিল!

চুক্লেন—কিজানি যুদ্ধ জিনি কুঁৱৰীক উদ্ধাৰ কৰিব পাৰোঁ। সেই বুলিয়েই ক'তো নৰই বাজে বাজে যুদ্ধক্ষেত্ৰলৈ গৈ আহিছোঁ।

ৰতি—আৰু যদি এতিয়ামানে কুঁৱৰীক হত্যা কৰিছে! তেনেহলে কি হব?

চুক্লেন—তেনেহলে হত্যাৰ প্ৰতিশোধ হত্যা!

ৰতি—ঠিক কৈছে কোঁৱৰ, হত্যাৰ প্ৰতিশোধ হত্যা। মোৰ মনৰ কথাষাৰ টানি আনি কৈছে।

চুক্লেন—তোৰে মোৰে কথা এনেকৈ মিলে বুলিয়েই তোলৈ এই দুদিনৰ চিনাকীতে ইমান মায়া হৈছে ৰতিমন।

ৰতি—কোঁৱৰৰ অনুগ্ৰহ।

চুক্লেন—সেই দেখিয়েই তোক কৈছোঁ ৰতিমন, মই

কেতিয়াবা ৰজা হলে, তোক নিশ্চয় মোৰ ডাঙৰ বিষয়া পাতিম।

ৰতি—সিও কোঁৱৰৰ অনুগ্ৰহ।

চুক্লেন—তেন্তে মই যি কৰিবলৈ কওঁ কৰিবি!

ৰতি—যদি জ্বলা জুইত জাপ দিবলৈ কয়, ৰতিমন তাতো ৰাজী।

চুক্লেন—মোৰ আৰু কোনো ভয় নাই ৰতিমন। তই মোৰ বুকুত দুগুণ সাহ বঢ়াই দিলি! তোৰ সাহতে মই মোৰ সকলো কাম এতিয়া দুগুণ উৎসাহেৰে কৰি যাব পাৰিম। তই মোৰ কোনোবা কালৰ বন্ধু আছিলি ৰতিমন! আহ মোৰ বিছনাত বহ।

[ৰতিমনৰ হাতত ধৰিব খোজে আৰু ৰতিমন আঁতৰি যায়]

ৰতি—কি কবে কোঁৱৰ? মই যে আপোনাৰ লিগিৰা।

চুক্লেন—হলিয়েই বা লিগিৰা! লিগিৰা হলেও তই মোৰ বিশ্বাসী, মোৰ বন্ধু, মোৰ বিছনাত বহিলে একো দোষ নাই। আহ ৰতিমন ইয়ালৈ আহ।

ৰতি—[স্বগতঃ] সৰ্ব্বনাশ! এইবাৰ তো লেঠাত পেলালে! এতিয়া কি কৰোঁ?

চুক্লেন—ভাবিছ কি ৰতিমন? একো শঙ্কা নাই! আহ! তই মোৰ বন্ধু! এবাৰ মোক বন্ধু বুলি আলিঙ্গন দে।

ৰতি—নেলাগে কোঁৱৰ, যদি আৰু বন্ধু বুলি ভাবিছে আলিঙ্গন দিলেও বন্ধু নিদিলেও বন্ধু! একেদিনাই ইমান

ডাঙৰ জাপ ভাল নহয় কোঁৰৰ। লাহে লাহেও হব! এতিয়া আপুনি অলপ জিৰাওক কোঁৱৰ! কালিলৈ পুৱাই তো আকৌ যুদ্ধৰ উহুল মুহুল লাগিব, অলপ জিৰাই লওক। ময়ো শোঁ গৈ যাওঁ।

চুক্লেন—বাৰু যা।

[ চুক্লেন কোৱৰ শোৱে আৰু ৰতিমন যাবলৈ ওলায় ]

ৰতি—[ স্বগতঃ ] এনেকৈয়ে যদি কাৰ্য্য সিদ্ধি হয় মোৰ তো দুয়ো কুল ৰক্ষা হয়। এফালে মোৰ শত্রু নিপাত আনফালে হৃদয়ৰ বাঞ্চিত নিধি অন্বেষণ! চাওঁ কি হয়!

[ লাহে লাহে ওলাই যায় ]

—পট পৰে—

---

## অষ্টম দৃশ্য

ৰণস্থল

[ এজাক বন্দী পাঠান সেনা লৈ কিছুমান আহোম সেনাৰ প্ৰবেশ আৰু প্ৰস্থান। পিছত আকৌ কেটামান আহোম সেনাৰ প্ৰবেশ ]

১ম সেনা—এইবোৰ গলগ্ৰহবোৰ হেঁচি ঠেলি লৈ ফুৰিনো কি লাভটো! সিহঁতক আকৌ দেনা জোগা পানী যোগা। দিনটো যুঁজি আহি কামো সেয়েহে আছে! তাতকৈ কটা তৰোৱালবোৰৰ ধাৰ চাবলৈ দিলেই দেখোন হয়!

২য় সেনা—এৰা পাই। বৰগোঁহাই ডাঙৰীয়া অহাৰ পৰাহে সিহঁতৰ গাত টোপ পৰিবলৈ নিদিয়া হ'ল। ইফালে আকৌ

আধা বছৰ সিহঁতক যোগাওতেই যায়। যুঁজ কৰিবলৈ আহিছোঁ যুঁজ কৰিম! নাই এঘা দিম নাই এঘা লম। এইখন গলগ্ৰহ খন চপাই মৰাৰ দৰ্কাৰ কি?

৩য় সেনা—মোৰো সেয়ে কথা। বঙা ঘোঁৰা মেলাইছোঁ যেতিয়া দে মেলাই, মাজতে আকৌ এইবোৰ কৰি মানুহ খতি। পেঠান যদি কটাৰ পোহঁত বাৰে বাৰে সেকাটো পায়ো লাজ হোৱা নাই কোদোৰ বাহত টোক্-টোকাবলৈ আহ কিয়?

২য় সেনা—মই হলে পাই বৰগোঁহাই ডাঙৰীয়া আঁৰ হোৱা যেন দেখিলে তুই এটা থৈ যাওঁ! কিমান সিহঁতক হেঁচুকি ফুৰিবা!

১ম সেনা—নথৈনো কি? সিহঁতক নিবা বান্ধি ধৰি—তাৰ ওপৰতে কটাৰ পোহঁতে মৰিলেও মৰ কামোৰ নেৰে। পা সোকোতা টো! একোটাৰ তাৰ ওপৰতে যিহে গাফিলি যেন নেবাবৰ জেঠৈৰীয়েকটো হে! মই হলে আৰু, ওহঁ—শোধ নাই। গাফিলি কৰোঁতেই ঘূৰি আৰু এই জনমত গাফিলি কৰিব নলগা কৰি থওঁ।

২য় সেনা—নকৰিলেও দেখোন নচলে! এই আমাৰ ডেকাৰজা আহি পোৱা দিন ধৰি ইহঁতৰ যেন উজানহে উঠিছে। এইদৰে হব লাগিলে বপুৰীহঁতক খুৱাওতেই বছৰৰ ফালে আহৰি হব।

৩য় সেনা—অ' সৌৱা পালেহিয়েই! ব'লহঁত ব'ল!

১ম সেনা—ব'ল! ব'ল!

[ সকলোৰে প্ৰস্থান। চুক্লেন আৰু বৰগোঁহাইৰ প্ৰবেশ ]

চুক্লেন—আজিৰ ৰণত যে আমি গা সাৰি আহিব পাৰিলোঁ ই বৰ ভাগ্যৰ কথা ডাঙৰীয়া।

চাও—ৰণস্থল বীৰৰ জীৱন মৰণৰ সন্ধিস্থল কোঁৱৰ। ইয়াত আৰু একদিন গা সৰাটো কি কথা! আকৌ কোন মুহূৰ্ত্তত কি হয় কোনে জানে?

চুক্লেন—সেই কাৰণেই মই কওঁ ডাঙৰীয়া আমি নিজৰ জীৱন কিটা বচাই কাম কৰিব লাগে। আমি অসতৰ্ক হৈ ৰণত আগবাঢ়িলে পিছত গুৰি ধৰিব কোনে? সৈন্য সামন্তক দিহা পোহাই বা দিব কোনে? মোৰ কিন্তু আজিৰ পৰা এটা শিক্ষা হ'ল!

চাও—কোঁৱৰ, আপুনি আহি পোৱা দিনাৰে পৰা আমি আজিলৈকে এখন বণত ঘটা নাই। আমাৰ সৈন্যই দ্বিগুণ উৎসাহেৰে ৰণ কৰিছে। পাঠানে এই কেদিনতে বুজিব পাৰিছে আহোমক জোকাই লৈ কি মহৎ ভুল কৰিছে। এই দৰে, বেছি নেলাগে আৰু এসপ্তাহ যুদ্ধ চলাব পাৰিলে আমি পাঠানক সমুচিত শিক্ষা দি স্বৰ্গদেওৰ আগত আহোমৰ বিজয় বাৰ্ত্তা দিবগৈ পাৰিমহঁক। স্বৰ্গদেৱে যদি কোঁৱৰক আগেয়েই ৰণলৈ পঠালেহেঁতেন, আমাৰ সৈন্যই মনত দ্বিগুণ বল পালেহেঁতেন! ইমান সৈন্যক্ষয়ো নহ'লহেঁতেন! কেতিয়াবাই পাঠান দেশ এৰি পলাব লাগিলহেঁতেন!

চুক্লেন—সেইবোৰ কথা আৰু মুলিয়াব ডাঙৰীয়া! আহোমৰ ডেকাৰজা মই, দেশৰ এনে দুৰ্দ্দিনত মই বন্দীশালত! পলাই

আহি ৰণক্ষেত্ৰ পাইছোঁহি! মোৰ সৌভাগ্য, আপুনি আকৌ বন্দী কৰি ৰাজধানীলৈ পঠাই দিয়া নাই।

চাও—আপোনাৰ কুঁৱৰী সেই নাৰীৰূপে শাপভ্ৰষ্টা দেবীৰ পদধূলি শিৰত লৈ, মই যদি আপোনাক আকৌ বন্দী কৰি নপঠোৱাৰ বাবে মৰণকো বৰিব লাগে, হাঁহি মুখে বৰণ কৰিম কোঁৱৰ। স্বৰ্গদেৱৰ সেইদিনা, চিন্তাই দুৰ্ভাবনাই চিত্ত স্থিৰ নাছিল। এতিয়া সেই দেবীৰ পতিভক্তি দেখি, আপোনাৰ দেশপ্ৰেম দেখি, স্বৰ্গদেৱে নিশ্চয় অনুতাপ কৰিব। হয়তো মাজিউ কোঁৱৰো লগতে মুক্ত হব।

চুক্লেন—সেইবোৰ কথা আৰু নুলিয়াব ডাঙৰীয়া। ব'লক শিবিৰলৈ যাওঁ। সেইবোৰ ভাবিলে, মন মোৰ বিদ্ৰোহী হৈ উঠে! হিতাহিত বিবেচনাৰ শক্তি নেথাকে!

চাও—ভাবক কোঁৱৰ, সেই সতীৰ কথা ভাবক। মন পবিত্ৰ হব। শৰীৰৰ ক্লান্তি অৱসাদ দূৰ হব। এনে পতিব্ৰতা, এনে পতিভক্তিৰ জ্বলন্ত দৃষ্টান্ত, জগতত বিৰল—ইতিহাসত—অতুলনীয়। ভাগ্যবান তেওঁ—এনে সতীৰ যিজন স্বামী।

চুক্লেন—ভাগ্যবান! পুত্ৰ হৈ পিতাৰ চকুৰ শূল! ডেকাৰজাহৈ নিজৰ বন্দীশালত বন্দী! মূৰৰ ওপৰত খৰ্গ! কোন সময়ত মৃত্যুক বৰিব লাগে নিশ্চয়তা নাই—ভাগ্যবান পৃথিবীত মোতকৈ কোন আছে ডাঙৰীয়া!

চাও—অভিমান কৰিছে কোঁৱৰ! পিতাকৰ ওপৰত অভিমান কৰিছে! এবাৰ ভাবি চাওক কোঁৱৰ স্বৰ্গদেওৰ মানসিক অৱস্থা! পুত্ৰৰ ওপৰত দণ্ড বিহি পিতাৰ অন্তৰত

যে কি দাবানল জ্বলিব লাগিছে এবাৰ ভাবি চাওক। দেশৰ এনে ছুৰ্দ্দিনত বিপদৰ উপৰি বিপদৰ হেঁচাত কৰ্ত্তব্যৰ অনুৰোধত পুত্ৰক দণ্ড দি কি অনুতাপানলত পিতাৰ অন্তৰ দগ্ধ হব লাগিছে এবাৰ ভাবি চাওক। পিতাৰৰ ওপৰত অভিমান নকৰিব!

চুক্লেন—পিতাৰ বিষয়া আপুনি, পিতাৰ পক্ষ নলৈ, পিতাৰ হকে নকৈ, মোৰ পক্ষে কবনে? পিতাৰ দোষ দেখিবনে?

চাও—মই ভৃত্য আপোনাসবৰ। আজি স্বৰ্গদেওৰ কালিলৈ আপোনাৰ। দেহত শক্তি থাকে মানে প্ৰভুৰ সেৱা কৰিম! প্ৰভুৰ গুণাগুণ বিচাৰি কাম কৰা ভৃত্যৰ কৰ্ত্তব্য নহয় কোঁৱৰ।

চুক্লেন—আপুনি মহৎ। আপোনাৰ হৃদয় অতি উচ্চ! সেই কাৰণেই আপুনি কাৰো দোষ নেদেখে! আপোনাৰ দৰে প্ৰভুভক্ত বিষয়া আছে বুলিয়েই পিতা আজি স্বৰ্গদেও, নহলে—! বাৰু, যাওক সেইবোৰ কথা। এতিয়া ব'লক ডাঙৰীয়া, অলপ বিশ্ৰাম কৰোঁগৈ।

চাও—নহলে,—কি ক'ব খুজিছিল কোঁৱৰ? আপুনি যেন পিতাৰৰ প্ৰতি কিবা বিদ্বেষ-ভাব পোষণ কৰিছে! কি যেন কব খুজি বৈ গ'ল। চিত্ত সংযত কৰক কোঁৱৰ। প্ৰবৃত্তি দমন কৰক। যদি কল্পনাতো কেতিয়াবা, পিতাৰ প্ৰতি কলুষ ভাবৰ প্ৰশ্ৰয় দিছে, তাৰ প্ৰায়শ্চিত্ত নাই। জন্ম জন্মান্তৰ নৰকত পচিলেও সেই পাপ ধৌত নহয়! পিতা পৃথিবীৰ স্বৰ্গ—পিতা পুত্ৰৰ ঈশ্বৰ!

পিতা স্বর্গঃ পিতা ধর্ম্মঃ পিতাহি পৰমস্তপঃ
পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্ব্বদেবতাঃ।

তেনে পিতাৰ প্ৰতি কল্পনাতো বিদ্বেষ ভাবৰ আশ্ৰয় নিদিব। দোষ কৰিলেও, পিতাৰ দোষ বিচাৰিবৰ অধিকাৰ পুত্ৰৰ নাই। বন্দীৰ অপৰাধ নলব কোঁৱৰ। অসংযত ভাবে বহুত কথা কলোঁ। হয়তো কব নলগীয়া কথাও কৈছোঁ। যোৱা ৰাতি এটা দুঃস্বপ্ন দেখিছিলোঁ, তাৰ দুশ্চিন্তাই মোক এতিয়াও বিকল কৰিব লাগিছে। প্ৰতি মুহূৰ্ত্তে কিবা অমঙ্গল আশঙ্কা কৰিব লাগিছোঁ! সঘনে বাঁও বাহু লৰিছে—বাঁও চকু লৰিছে, মাজে মাজে বুকু কঁপি উঠিছে! মোৰ কি হৈছে কোঁৱৰ?

চুক্লেন—একো হোৱা নাই ডাঙৰীয়া। দিনে দিনে অক্লান্ত পৰিশ্ৰম কৰি—পৰিশ্ৰম জোখাৰে বিশ্ৰাম নেপাই শৰীৰ দুৰ্ব্বল হৈ বাহু লৰিছে। সামান্য দুৰ্ব্বলতা, বিশ্ৰাম কৰিলেই আঁতৰ হব।

চাও—নহয় কোঁৱৰ। বিশ্ৰামৰ অভাবত মোৰ এনে হোৱা নাই। মোৰ বিশ্বাস হৈছে, ই মোৰ কিবা অমঙ্গলৰ সূচনা। আজি মনত পৰিছে মোৰ মূলাৰ কথা। মনত পৰিছে মূলাৰ সেই বিদায়ৰ আগৰ মুখ খনি,—সেই বিদায়ৰ আগৰ সতৰ্ক বাণী! আজি যদি মূলাৰ এআষাৰ মুখৰ মাত এই সময়ত শুনিবলৈ পালোঁহেতেন, হয়তো মোৰ এই দুৰ্ব্বলতা এক মুহূৰ্ত্ততে ভষ্মিভূত হলহেঁতেন!

চুক্লেন—ব'লক ডাঙৰীয়া, শিবিৰত গৈ নিশ্চিন্ত মনে সেই বিলাক ভাবি থাকিব।

চাও—যাওঁ। মোৰ বিশ্বাস হৈছে,—নিশ্চয় মোৰ'মূলাৰ কিবা অমঙ্গল হইছে।

চুক্লেন—অমঙ্গল নাই হোৱা ডাঙৰীয়া,—অমূলক আশঙ্কা কৰি মন আপোনাৰ দুৰ্ব্বল নকৰিব!

নেপথ্যত—বন্দী কৰ! বন্দী কৰ!

চুক্লেন—কোন—

[ হুছেন খাঁ, নছৰৎ খাঁ, আৰু কেটামান পাঠান সৈন্যৰ প্ৰবেশ। ]

হুছেন—বন্দী কৰ! বন্দী কৰ!

চাও—সাৱধান নৰকী পাঠান! আৰু এখোজ আগ বাঢ়িবি —কটামূৰ সৌ মাটিত বাগৰি পৰিব।

চুক্লেন—আহ কাপুৰুষহঁত! কাৰ সাধ্য আছে আহ—বন্দী কৰ!

হুছেন—মিছা বাক্যব্যয় কৰি একো লাভ নাই। তোমালোক এতিয়া অকলশৰীয়া—ধৰা দিয়া।

চাও—নেজান পাঠান, তোৰ দৰে এশ শিয়ালক যম পুৰীলৈ পঠোৱা ক্ষমতা আছে এটা এটা আহোম সেনাৰ। আহ নৰাধম, যদি সাধ্য আছে—আহ চাপি—!

হুছেন—ধৰ ইয়াক—আক্ৰমণ কৰ—সকলোৱে একেলগে —চাৰিও ফালৰ পৰা আক্ৰমণ কৰ!

[ হুছেন খাঁ আৰু সৈন্যবোৰে একেলগে বৰগোঁহাইক আক্ৰমণ কৰে। চুক্লেন কোঁৱৰে নছৰৎ খাঁক আক্ৰমণ কৰে। ]

চুক্লেন—দহোটাই একেলগে এজনক আক্ৰমণ কৰি বীৰত্বৰ পৰিচয় দিবলৈ আহিছ নৰাধমহঁত !

[ কোঁৱৰে নছৰৎ খাঁৰ ডিঙিত ধৰি ঘাপ মাৰিব ধৰে আৰু তেনেতে বন্দুকৰ আৱাজ হয় আৰু গুলি আহি কোঁৱৰৰ বাহুত লাগি কোঁৱৰ পৰি যায়। হাতত বন্দুক লৈ কাছিতাৰা, তুৰ্ব্বক আৰু পাঠান সেনা কেটামানৰ প্ৰবেশ ]

পাঠানসেনা—আল্লাহু আকবৰ !

[ কাছিতাৰা, তুৰ্ব্বক আৰু সেনাবোৰেও বৰগোহাঞীক আক্ৰমণ কৰে। কেটামান সৈন্যক পেলাই বৰগোঁহাই পৰি যায় ]

চাও—বিশ্বাসঘাতক পাঠান ! উস্—এইদৰে শত্ৰু শালিলি ! নৰকীহঁত—উ—স্ স্বৰ্গ—দেও—নো—ৱা—ৰি—লোঁ—মূ—লা মূ—লা—ঈ—শ্ব—ৰ—

[ মৃত্যু

নেপথ্যত—জয় স্বৰ্গদেওৰ জয় ! জয় আহোমৰ জয় !

[ বৰবৰুৱা আৰু আহোম সেনাবোৰ সোমাই আহে আৰু তুৰ্ব্বক কাছিতাৰাকে আদি কৰি পাঠানবিলাক পলায় ]

বৰবৰুৱা—কি কৰিলা প্ৰভু ! ডাঙৰীয়া আৰু নাই—কোঁৱৰৰ এই অৱস্থা।

[ এবাৰ ডাঙৰীয়াক চাই কোঁৱৰৰ ওচৰত বহে গৈ ]

এতিয়াও নিশ্বাস আছে ! পানী আন ! বেগাই ! কোঁৱৰ ! কোঁৱৰ !

[ এটা সৈন্য পানী আনিবলৈ যায় ]

চুক্লেন—কোন—মোক এটোপা পানী দিয়া। উস্—বৰ পিয়াহ!

বৰবৰুৱা—দিওঁ কোঁৱৰ।

[ সেনা এটাই পানী আনে বৰবৰুৱাই কোঁৱৰক খুৱায় ]

কি কৰিলা ভগবান! আহোমৰ ভাগ্যাকাশ কিয় এনে দৰে অন্ধকাৰ কৰিলা! কোন মুখে স্বৰ্গদেওক এই মৰ্ম্মান্তিক বাতৰি দিম!

—অঙ্ক পতন—

---

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### বধ্যভূমি

[ দুখন মানুহ কটা শাল। বন্ধা অৱস্থাত চুৰেং কোঁৱৰ আৰু হেলা গাভৰু। দুটা চাওদাঙে শাল প্ৰস্তুত কৰে, মূলা আৰু মুহিলাই কান্দি থাকে ]

মূলা—[ উঠিগৈ চুৰেঙৰ ওচৰত বহেগৈ ] কি ক'ম কোঁৱৰ? কবলৈ ভাষা নাই! বুজনি দিবৰ ঠাই নাই। নিজেই দুৰ্ব্বলা নাৰী—কি বুলি বুজাম! কি বুলি প্ৰবোধ দিম! অত অনুনয় বিনয় অত কাকুতি মিনতিয়েও স্বৰ্গদেওৰ প্ৰাণ কোমলাব নোৱাৰিলে! সকলো চেষ্টা ব্যৰ্থ হ'ল! সোৱা চাওক পতিগত প্ৰাণা সতী স্বামীৰ অৰ্থে নিজ প্ৰাণ দিবলৈ প্ৰস্তুতহৈ আছে। তথাপিও স্বৰ্গদেওৰ মায়া নাই দয়া নাই। পাষাণেৰে বুকু বান্ধি বিধান দিছে। এবাৰ সেই সৰ্ব্বশক্তিমান পৰম পিতাক মাতক! তেৱেঁই বুকুত বল দিব! তেৱেঁই শক্তি আনি দিব!

[ আকৌ হেলাৰ ওচৰলৈ যায় ]

সতী ৰাণী! এবাৰ যোৱাৰ আগতে সেৱা কৰোঁ,—দেহ মোৰ পৱিত্ৰ হওক।

[ সেৱা কৰে ]

যি দৃষ্টান্ত আজি জগতক দেখুৱালে সোণৰ আখৰেৰে চিৰদিন বুৰঞ্জীত জ্বলি থাকিব! সীতা সাৱিত্ৰীৰ দৰে নামলৈয়ে মানুহ পৱিত্ৰ হব। এনে কীৰ্ত্তি জগতত অতুলনীয়। সেই পৰমপিতা পৰমেশ্বৰক খাটিছোঁ, যেন আপোনাৰ পদাঙ্ক অনুসৰণ কৰিয়েই মৰিব পাৰোঁ।

মুহিলা—আই—আই! মোক আপোনাৰ চৰণৰ ধূলি দিয়ক।

[ সেৱা কৰি ভৰিৰ ধূলি মূৰত লয় ]

চাওদাং—সাজু হওক। সাজু হওক। সময় উকলি যায়। যদি কিবা কৰিব লগা আছে কৰি লওক। [ হেলা আৰু 'চুৰেঙৰ হাতৰ বান্ধ মোকোলাই দিয়ে। দুয়ো কৰযোৰে প্ৰাৰ্থনা জনায় ]

চুৰেং—জীৱনত কেতিয়াও তোমাক মতা নাই প্ৰভু! আজি অন্তিমত মাতিছোঁ। হে পৰমপিতা, পৰমেশ্বৰ! তোমাৰ চৰণ তলত ঠাই দিয়া প্ৰভু!

হেলা—স্বামী! গুৰু! ইষ্ট দেৱতা মোৰ! পৰজন্মতো যেন তোমাৰ চৰণ তলত স্থান পাওঁ।

[ চাওদাংহঁতে দুয়োকে নি শালত পেলায়। মুলা আৰু মুহিলাই মুখ ঢাকি কান্দে। চাওদাংহঁতে একেলগে দুয়োকো কাটিবলৈ কুঠাৰ ডাঙে আৰু ঠিক তেনেতে লৰি কণচেঙৰ প্ৰবেশ ]

কণচেং—সাৱধান! সাৱধান! কুঠাৰ পেলা! ক্ষান্ত হ! যদি মৰিবৰ ভয় আছে কুঠাৰ পেলাই দূৰত থিয় হ। নহলে এই জাঠিৰে দুয়োৰে শেষ কৰিম।

[ চাওদাংইতে কুঠাৰ নমায় ]

১ম চাওদাং। স্বৰ্গদেওৰ হুকুম। কোন তই বাধা দিবলৈ আহিছ?

কণচেং—যেয়ে নহওঁ! ক্ষান্ত হ! কুঠাৰ মোক দে।

২য় চাওদাং—তোৰ কথাতেনে! ধৰ ইয়াক! ইয়াকে আগেয়ে বলি দিওঁ।

কণচেং—এতিয়াও কৈছোঁ, অবাবত নিজৰ প্ৰাণ নষ্ট নকৰিবি। কুঠাৰ মোক দে। ময়ে এই দণ্ড ৰহিত হোৱা আজ্ঞা আনি দিম।

১ম চাওদাং—কোন তই! তোৰ কথাতেই ৰজাৰ হুকুম অমান্য কৰি আমিও প্ৰাণ দিব লাগিবনে?

কণচেং—মই বিদ্ৰোহী! যি ৰজাই নাৰীহত্যা, অবিচাৰত পুত্ৰহত্যা কৰে, মই সেই ৰজাৰ দ্ৰোহী! যদি এই দণ্ডৰ ৰহিতাজ্ঞা আনি দিব পাৰোঁ, তহঁতৰ কোনো ভয় নাই। যদি নোৱাৰোঁ, মই তহঁতক ৰক্ষা কৰিম। কোনো ভয় নাই—! দে কুঠাৰ মোক দে।

[ চাওদাংইতে কুঠাৰ কণচেঙক দিয়ে ]

কণচেং—এতিয়া যা,—ৰজাক বাতৰি দে গৈ। কবি, প্ৰাণ লৈ পলাই আহিছোঁ—; হয়তো পুৰস্কাৰ পাবি—যা! এওঁ-লোককলৈ ময়ো যাব লাগিছোঁ।

[ চাওদাংইতৰ প্ৰস্থান ]

[ শালৰ পৰা বান্ধ মোকোলাই কণচেঙে হেলাৰ মূৰ্চ্ছিত দেহ ডাঙি আনে। মূলা আৰু মুহিলা ওচৰ চাপি আহে ]

কণচেং—কি হ'ল! নোৱাৰিলোঁ! প্ৰাণবায়ু হয়তো আগেয়েই বাজ হ'ল!

মূলা। মূৰ্চ্ছা গৈছে, একো হোৱা নাই। আকৌ জ্ঞান আহিব।

কণচেং। তেন্তে আহক, অলপ শুশ্ৰূষা কৰক।

[ মূলাই হেলাৰ মূৰ কোলাত লৈ পানী দিয়ে, মুহিলাই আঁচলেৰে বিচে। কণচেঙে চুৱেঙক শালৰ পৰা মোকোলায় ]

চুৱেং—আপুনি দেৱতা! মোৰ ভ্ৰম ভাগিছে! আজি আপোনাক চিনিছোঁ। মই যে আপোনাৰ পৰম শত্ৰু!

কণচেং—তুমি মোৰ পৰম মিত্ৰ কোঁৱৰ!

চুৱেং—দেৱতা, দেৱতা আপুনি মহৎ! কিন্তু, আপুনি বোধ হয় নেজানে কি অন্যায় মই আপোনাৰ কৰিছোঁ!

কণচেং—মই জানিবৰ ইচ্ছাও নকৰোঁ কোঁৱৰ! যিহকে নকৰা—মোৰ প্ৰাণ লবলৈ—যদি ইচ্ছা কৰিছিলা—বা এতিয়াও কৰা, তথাপিও তুমি মোৰ পৰম মিত্ৰ! তুমি মোৰ পৰম উপকাৰী—!

চুৱেং—মই যে আপোনাক হত্যা কৰিব খুজিছিলোঁ—! আপোনাক জীৱন্তে দগ্ধ কৰিব খুজিছিলোঁ—!

কণচেং—মোক সৎ পথলৈ আনিবৰ যত্ন কৰিছিলা—! তোমাতকৈ ডাঙৰ বন্ধু মোৰ কোনো নাই। তুমি মোৰ পৰম সুহৃদ।

চুৰেং—আপুনি দেৱতা। মোৰ সেৱা লওক। মোক ক্ষমা কৰক।

[ কণচেঙক সেৱা কৰে ]

কণচেং—বন্ধু ভাবে আলিঙ্গন দিয়া ভাই! তোমাৰ ঠাই তাত নহয়।

[ বুকুত সাবটি ধৰে ]

এতিয়া ব'লা! এবাৰ তোমাৰ পিতাৰ সাক্ষাৎ কৰি আহোঁ। বিদ্ৰোহীৰ দৰে তোমালোকক মুক্ত কৰিছোঁ, ৰাজ আজ্ঞাৰ অপেক্ষা কৰা নাই। আৰু এক মুহূৰ্ত্ত পলম হোৱা হ'লে, ইয়াকো—কৰিব নোৱাৰিলোঁহেতেন। ব'লা কোঁৱৰ! এবাৰ সুধি চাওঁগৈ—তোমালোকৰ দণ্ডাজ্ঞা ৰহিত কৰেনে নকৰে।

চুৰেং—যদি নকৰে!

কণচেং—যদি নকৰে! একো ভয় নাই। অন্য ব্যবস্থা হব। ব'লা, এবাৰ সুধি চাওঁ! যদি অলপ সুস্থ হৈছে সৌ দেবীকো লৈ যাওঁ।

মূলা—সুস্থ অলপ হৈছে।

হেলা—বাইদেউ! মই ক'ত? কি হ'ল!

মূলা—একো হোৱা নাই; দেৱতাই আপোনাক ৰক্ষা কৰিলে। আপুনি এতিয়া মুক্ত।

হেলা—মোৰ এনে সুখৰ মৰণত কিয় বাধা দিলে বাইদেও!

মূলা—বাধা ঈশ্বৰে দিছে গাভৰুদেও। অৰণ্যে কাননে ঘূৰি ফুৰিও যাক আনিব নোৱাৰিলোঁ—আজি অজাচিতে আহি ধৰা দিছে। তেৱেঁই শুভ মুহূৰ্ত্তত আহি ঘাতকৰ কুঠাৰাঘাতৰ পৰা আপোনালোকক ৰক্ষা কৰিলেহি।

হেলা—মোৰ যে মৰণেই মঙ্গল আছিল বাইদেউ!

কণচেং—মোক ক্ষমা কৰা আই! হয়তো বা ময়ে তোমাৰ এই কঠোৰ দণ্ডৰ বাবে দায়ী।

হেলা—[ উঠি বহে ] আপুনি মোৰ পিতাৰ স্বৰূপ। মোক অপৰাধী নকৰিব। মোৰ সেৱা গ্ৰহণ কৰক।

[ কণচেঙক সেৱা কৰে ]

কণচেং—যদি সুস্থ বোধ কৰিছা—ব'লা—আই, এবাৰ ৰজাৰ ওচৰত গৈ তোমালোকৰ দণ্ডাজ্ঞা ৰহিত কৰিবৰ যত্ন কৰোঁগৈ। যদি এতিয়াও শৰীৰ দুৰ্ব্বল অনুভৱ কৰিছা—আহাঁ ময়ে ডাঙ্গি নিও! পিতৃ সম্বোধন কৰিছা,—তুমি মোৰ কন্যা। আহাঁ, মইয়ে ডাঙ্গি তোমাক ৰাজ সভালৈ লৈ যাওঁ।

হেলা—নেলাগে। মই এতিয়া সম্পূৰ্ণ সুস্থ। মই নিজেই যাব পাৰিম।

কণচেং—তেন্তে ব'লা। ব'লা কোঁৱৰ।

হেলা—বাইদেও!

মূলা—আহক গাভৰুদেও!

[ সকলোৱে প্ৰস্থান ]

—আঁৰ কাপোৰ—

## দ্বিতীয় দৃশ্য

[ আহোম ৰাজ সভা ]

[ স্বৰ্গদেও চুহুম্মুং। জনদিয়েক বিষয়া আৰু ওচৰতে কটকী আঠুলৈ থাকে ]

চুহু—শুনিলা! শুনিলা সভাসদ! শুনিলা বিষয়া সকল! ৰণৰ বাতৰি শুনিলা! বৰগোঁহাই চাওফ্ৰাচেংমুং হত—ডেকাৰজা চুক্লেন কোঁৱৰ আহত! সৈন্য ছত্ৰভঙ্গ!

[ সভাসদ তলমূৰ কৰে ]

ঠিক কৈছা কটকী!—মোৰ চুক্লেন কোঁৱৰ যুদ্ধক্ষেত্ৰত! যুদ্ধ কৰি আহত হৈছে!

কটকী—বন্দীয়ে ঠিক কৈছোঁ স্বৰ্গদেও! ডেকাৰজাই পাঁচদিন অসীম সাহসেৰে যুদ্ধ কৰি প্ৰায় দুশ পাঠান সেনাৰো ওপৰ বন্দী কৰিছিল!

চুহু—আৰু মই কি কৰিছোঁ জানা। তাৰ সহধৰ্ম্মিণী—মোৰ সতীলক্ষ্মী পুত্ৰবধুক তাৰ অপৰাধৰ বাবে পতিব্ৰতাৰ পতিভক্তিৰ বাবে প্ৰাণদণ্ড দিছোঁ। মোৰ দ্বিতীয় পুত্ৰক প্ৰাণদণ্ড দিছোঁ! কি চমৎকাৰ বিচাৰ কৰিছোঁ। কোনে কেতিয়া এনে বিচাৰ কৰিছে? পিতা! পিতা! তুমি সতীক নিৰ্ব্বাসন দিছিলা!—তাৰ শাস্তি ভুঞ্জিছিলা,—আততায়ীৰ হাতত মৃত্যু! আৰু মই সতীলক্ষ্মীক,—ঘাতকৰ কুঠাৰাঘাতত হত্যা কৰিছোঁ! মোৰ শাস্তি —মোৰ শাস্তি কি! উ-স! কি কৰিলোঁ!—আই মোৰ—চুৰেং

মোৰ—চুক্লেন মোৰ—আহ!—গাই গাই—অস্ত্র লৈ আহ! মোক—হত্যা কৰ হি!

[ বুকুত ভুকুৱাই কান্দে ]

১ম বিষয়া—স্বৰ্গদেও, হোৱা হৈ গ'ল! এতিয়া কাতৰ হলে যে সমুখৰ কৰ্ত্তব্যলৈ হেলা কৰা হয়!

চুহু—কৰ্ত্তব্য! ক'তা? এতিয়াও মোৰ পুত্ৰ পুত্ৰবধুৰ কটামূৰ দেখা নাই! সিহঁতৰ কেঁচা তেজৰ গোন্ধ পোৱা নাই!

২য় বিষয়া—স্বৰ্গদেও, বিহ্বল নহব। বিপদত ধৈৰ্য্যই হে সাৰথী—!

চুহু—ধৈৰ্য্য! ধৈৰ্য্য! কিহৰ ধৈৰ্য্য! পাঠানে ৰাজ্য নিব! ক'ত খেণলুং! ক'ত চাওফ্ৰাচেংমুং! ক'ত কণচেং? মাতা—মাতা—মই কি? মই ৰজা! তিনিজনা প্ৰবীণ ডাঙৰীয়া থাকোঁতে মই কি কৰিম! মাতি আন! মাতি আন! পাঠানৰ হাতৰ পৰা ৰাজ্য ৰক্ষা কৰক!

২য় বিষয়া—স্বৰ্গদেও, অলপ বিশ্ৰাম কৰক! হুৱৰী! বেজবৰুৱাক এই মুহূৰ্ত্তে গৈ মাতি আন।

চুহু—হত্যা কৰিম! প্ৰাণদণ্ড দিম! পুত্ৰ পুত্ৰবধুক হত্যা কৰিছোঁ! কাকো নথম! কাকো নথম!

১ম বিষয়া—হায়—হায়! কি হ'ল। স্বৰ্গদেও!

২য় বিষয়া—কোন আছে! পানী আন! পানী আন!

[ পানীলৈ এটা লগুৱাৰ প্ৰবেশ ]

চুহু—পলা! পলা! পাঠান! পাঠান! সোঁৱা! সোঁৱা পালেহি! পালেহি!

১ম বিষয়া—ধৈৰ্য্য ধৰক স্বৰ্গদেও! এতিয়াও পাঠানে আহোমৰ ৰাজ্যত পদাৰ্পণ কৰিব পৰা নাই। যুদ্ধ ৰাজ্যৰ সীমাত হে চলিছে!

[ বেজবৰুৱাৰ প্ৰবেশ ]

আহক ডাঙৰীয়া, স্বৰ্গদেও একেবাৰে বিহ্বল! ৰণৰ মৰ্ম্মান্তিক বাতৰি শুনি একেবাৰে অধীৰ হৈ পৰিছে!

চুহু—কোন? কোন? মোক হত্যা কৰিবি? হত্যা কৰিবি?

বেজবৰুৱা—বন্দী—বেজবৰুৱা স্বৰ্গদেও!

[ বেজবৰুৱাৰ প্ৰস্থান ]

চুহু—বেজবৰুৱা! কটা মূৰ জোৰা দিব পাৰা! কটা মূৰ জোৰা দিব পাৰা!

আন! আন! কটামূৰ! মোৰ পুত্ৰবধুৰ কটামূৰ! মোৰ চুৰেঙৰ কটামূৰ!

[ চৰপৎ আৰু দৰব লৈ বেজবৰুৱাৰ পুনঃ প্ৰবেশ ]

বেজ—বন্দীয়ে এটোপা চৰপৎ আনিছোঁ স্বৰ্গদেও! পান কৰিলে অলপ সুস্থ বোধ কৰিব।

[ ৰজাই খায় আৰু বেজবৰুৱাই মূৰত তেল ঘঁহি দিয়ে আৰু চাওদাং ছুটাৰ প্ৰবেশ ]

চুহু—চাওদাং ! দস্যু ! হত্যা কৰি আহিছ ! পিশাচ-হঁত ! নৰাধমহঁত ! সেই কোমল শৰীৰত কেনেকৈ আঘাত কৰিলি ! দয়া নহ'ল ! মায়া নহ'ল ! পাষণ্ডহঁত ! দূৰ হ ! দূৰ হ !

চাওদংহঁত—স্বৰ্গদেও—!

চুহু—দূৰ হ ! দূৰ হ নৰাধমহঁত ! ক'ত অস্ত্ৰ ! ক'ত মোৰ হেংদান !

[ ককালৰ হেংদান উলিয়াই খেদি যায় আৰু চাওদাং জুটা পলায় ।]

পলালি ! পলালি ! কলৈ পলাবি ? ক'ত সাৰিবি ? মোৰ পুত্ৰ পুত্ৰবধুক হত্যা কৰিছ ! প্ৰতিশোধ লম ! প্ৰতিশোধ লম ! সতীৰাণী আই মোৰ ! চাই যোৱা ! চাই যা চুৰেং ! তহঁতৰ হত্যাৰ এইয়া প্ৰতিশোধ !

[ হাতৰ হেংদান নিজৰ বুকুত বহুৱাব খোজে আৰু কণচেং সোমাই আহি হাতত ধৰি বাধা দিয়েহি । চুৰেং, মূলা, হেলা আৰু মুহিলাৰ প্ৰবেশ । সভাসদবিলাক আচৰিত হয় ]

কণচেং—কি কৰে স্বৰ্গদেও !

চুহু—বাধা নিদিবা—বাধা নিদিবা—! প্ৰায়শ্চিত্ত কৰিম ! প্ৰতিশোধ লম ! পুত্ৰ পুত্ৰবধুৰ হত্যাৰ প্ৰতিশোধ লম !

কণচেং—কি কৰে স্বৰ্গদেও ! এইয়া যে আপোনাৰ পুত্ৰবধু ! এইয়া যে আপোনাৰ পুত্ৰ !

চুহু—কোন তুমি ! চিনিছোঁ ! তুমি ! তুমি নিকদ্দিষ্ট ভাই মোৰ ! আহিছা ! আহিছা ! মোৰ পুত্ৰ পুত্ৰবধুক মৃত্যুৰ মুখৰ পৰা ফিৰাই আনিছা ! আই মোৰ ! পুত্ৰ মোৰ !

মই পিশাচ! মই দানব! মই মহাপাপী! মোক ক্ষমা কৰ বাছাহঁত!

[ মূলাৰ ফালে চাই ] সোঁৱা কোন! গাভৰু দেও! উস্! কিয় আহিলা! কোন মুখে বাৰ্ত্তা দিওঁ! উস্! তোমাক এই বাৰ্ত্তা দিবৰ আগেয়ে মোৰ মূৰত বজ্ৰাঘাত নহ'ল কিয়? তোমাৰ শিৰত বজ্ৰাঘাত হৈছে গাভৰুদেও! চাওফ্ৰাচেংমুং বৰগোঁহাই আৰু নাই!

কণচেং<br>হেলা<br>মূলা } কি! ডাঙৰীয়া আৰু নাই!

[ মূলা মূৰ্চ্ছিতা হৈ পৰি যায়। হেলাই মূলাৰ মূৰ কোলাত লয়, মুহিলাই বিছে ]

চুহু—আৰু আই মোৰ! তুমিও কান্দা! তোমাৰো স্বামী যুদ্ধত আহত! কান্দা গাভৰু দেও! কান্দা! আই মোৰ! সতী তোমালোক—দেৱতুল্য স্বামী গঢ়ি তুলিছিলা! হাঁহিমুখে ৰণলৈ পাছিছিলা! কান্দা আইহঁত! তোমালোকৰ দীৰ্ঘশ্বাসে দাবানল জ্বলাওক—সেই দাবানলত পাঠান পুৰি ভস্ম হওক।

কণচেং—ভস্ম হব! ভস্ম হব! এনে দাবানল জ্বলিব, পাঠান পুৰি ভস্ম হব! এইবাৰ! এইবাৰ! আমাৰ পাল! উঠা কোঁৱৰ! উঠা ভাইহঁত! উঠা বন্ধুহঁত! বজ্ৰহাতেৰে হেংদান ধৰা! এবাৰ বোলা—জয় জননী জন্মভূমিৰ জয়!

সকলোৱে—জয় জননী জন্মভূমিৰ জয়!

কণচেং—আশীৰ্ব্বাদ কৰক স্বৰ্গদেও! আশীৰ্ব্বাদ কৰা সতীলক্ষ্মী আইহঁত! তোমালোকৰ পদধূলি শিৰত লৈ এবাৰ শক্ৰুৰ সম্মুখীন হওঁ! আহাঁ ভাইহঁত সাহসেৰে বুকু বান্ধা—! বজ্ৰমুঠিৰে তৰোৱাল ধৰা! ঈশ্বৰ সহায়! কুললক্ষ্মী সতীৰাণী আই, বাই, ভনীহঁতৰ আশীৰ্ব্বচন, সাৰথী, আহাঁ সেই বিশ্বাস-ঘাতকী নৰকী পাঠানক সমুচিত শাস্তি বিহি দেশৰ অপায় অমঙ্গল দূৰ কৰোঁ আহাঁ!

চুৰেং—আহাঁ ভাইহঁত! এবাৰ বোলা সকলোৱে জয় জননী—জন্মভূমিৰ জয়!

সকলোৱে—জয় জননী জন্মভূমিৰ জয়।

কণচেং—কিভয়! কিভয়! দেবঅংশে জন্মলভি দেৱতাৰ আশীষ শিৰতলৈ, ইন্দ্ৰবংশী বিজয়ী আহোম তোমালোক, —আহাঁ সেই শক্তি পাঠানক দেখুৱাই, পাঠানৰ হৃদয়ত হৃৎকম্প উপস্থিত কৰি দিয়া! বাৰে—বাৰে—পৰাজিত পাঠানে কি দুঃসাহসেৰে আকৌ আহোমক জোকাই লয়! আহাঁ ভাইহঁত, এবাৰ উঠা—এবাৰ তোমালোকৰ অন্তৰৰ সুপ্তসিংহ জাগ্ৰত কৰি তোলা, শিয়ালৰ দৰে, পাঠান ৰণভঙ্গ দি পলাব।

সকলোৱে—জয় জননী জন্মভূমিৰ জয়!

মূলা—[ উঠি ] আৰু কিয়! কিহৰ শোক! কাৰ কাৰণে? এই ৰূপ—এই সৌন্দৰ্য্য কিয়? কাৰ কাৰণে?

[ কপালৰ সেন্দুৰ মচি পেলায়। হাতৰ খাৰু, ডিঙিৰ মণি সোলোকাই দলিয়াই পেলায় ]

নেলাগে! নেলাগে! যা! যা! চকুলো! চকুলো! নোলাবি! নোলাবি! চকু উঘালি পেলাম! হৃদয় বলিয়া নহবি! শিলেৰে খুন্দিয়াই ভাঙ্গি পেলাম! কাৰ কাৰণে? কিয়? কিয়? [ চকু ঢাকি আকৌ কান্দে ] মন!

উতলা নহবি! স্বামী! গুৰু! উস্! নহয়! নহয়! কান্দোন নহয়। চকুলো নহয়! পতি গতি! পতি ধ্যান!—পতিঘাতিৰ প্ৰতিশোধ! প্ৰতিশোধ!

[ অলপ আকৌ ৰয় ]

আহাঁ শক্তি! আহাঁ বজ্ৰ! আহাঁ মৃত্যু! আহাঁ! আজি মূলাৰ হৃদয়ত স্থান লোৱাহি! আহাঁ ডাইনী! আহাঁ পিশাচী! আহাঁ! আজি মূলাৰ হৃদয় অধিকাৰ কৰাহি! সোঁৱা, স্বামী মোৰ তেজেৰে ৰাঙলী! এতিয়াও কেঁচা তেজ ধোৱা, নাই! ৰবা, ৰবা, নাথ! মূলাই ধুৱাই দিব! পাঠানৰ কেঁচা তেজেৰে স্নান কৰি তোমাৰ ওচৰ চাপিম! নহলে শুদ্ধ নহম,—নহলে তোমাৰ পুণ্যদেহ স্পৰ্শ কৰিব নোৱাৰিম! স্বামী! গুৰু! গ'লা! মোক নিনিলা! দাসী বুলি চৰণ সেৱাৰ অৱসৰ নিদিলা! সোঁৱা! সোঁৱা! মাতিছা! হাঁহিছা! নাথ! ক্ষত বিক্ষত শৰীৰ লৈ হাঁহিছা! যন্ত্ৰণা নাই,—ক্লান্তি নাই,—অৱসাদ নাই, হাঁহিছা—! বুজিছোঁ—কি ঈঙ্গিত কৰিছা—! হে দেৱতা—! হে গুৰু! বল দিয়া—! শক্তি দিয়া!

[ অকৌ অলপ বয় ]

মুহিলা—! দে মুহিলা—! মোৰ কঙ্কণ দে—! হাৰ দে! গলপতা দে! খাৰু দে! কেৰু দে! মণি দে!

[ চিঙি পেলোৱা খাৰু মণি আকৌ বুটলি পিন্ধে ]

মোক সেন্দুৰ দে! জেতুকা দে! মই স্বামীৰ কাষলৈ যাম! মাতি আন আয়তীহঁতক—!

[ তুলবি, সৰাইত মাহ হালধি সেন্দুৰ ইত্যাদি লৈ আয়তী—বিলাকৰ প্ৰবেশ ]

আহিছা—! উৰুলী দিয়া! মোক সজাই দিয়া।

[ মুহিলা—আৰু আয়তীহঁতে মূলাক সজাই উৰুলী দিয়ে ]

এতিয়া হেংদান—! মোৰ হেংদান আন! ঢাল আন! বৰ্ষা আন!

[ মুহিলাই হেংদান ঢাল বৰ্ষা—আনি দিয়ে ]

বিদায় স্বৰ্গদেও! বিদায়! আহাঁ আই! আহাঁ বাই আহাঁ ভনীহঁত! এইবাৰ আমাৰ পাল! দেখক জগতে—বুজক পাঠানে নাৰীৰ কিমান শক্তি! এবাৰ বোলা ভনীহঁত—বোলা—সকলোৱে—জয় আহোমৰ জয়।

সকলোৱে—জয় আহোমৰ জয়!

[মূলা আৰু আয়তীহঁতে উৰুলী দিয়ে আৰু তাৰ পিছত গীত গায় ]

গা তুলিবৰে হ'ল অ আয়তী গা তুলিবৰে হ'ল ঐ
গা তুলিবৰে হ'ল!
ভটিয়া পানীতে নাও মেলিছিলোঁ
নাও ভাগি চিগি গ'ল!

জোলোঙ্গা জুপুৰি না—নাৱৰীয়া—
আথানি আবানি হ'ল !
দিহিঙে দিপাঙে গ'ল ডেকা লৰা—
ছানে বানে উদি হ'ল—
তেজৰে সোতেৰে নৈ বৈ গ'ল—
লুইতো ৰাঙলী হ'ল ঐ
লুইতো ৰাঙালী হ'ল !
দীঘল দহি-কটা চেলেং খনীয়া,—
বই বই পিন্ধোৰা গ'ল !
[ তোৰ ] ৰাঙলী শিৰৰে কাম সেন্দুৰৰে
ফোঁট মছিবৰে হ'ল !
আহ ৰাই ভনী জীয়ৰী—
বেলি ভটিয়াই গ'ল !
তাক এৰি তোৰ ইহাতে সিহাতে—
হেংদান লবৰে হ'ল ঐ
হেংদান লবৰে হ'ল !

---

[ গীত গাই গাই মূলা হেলা মুহিলা আৰু আয়তী হঁত যায় গৈ ]

কুণচেং—এবাৰ বোলা ভাইহঁত—জয় জন্মভূমিৰ জয়—জয় জন্মভূমিৰ জয় !

সকলোৱে—জয় জন্মভূমিৰ জয় !

কণচেং—আৰু ভয় নাই ভাইহঁত—এইবাৰ নাৰী শক্তি

জাগ্ৰত হৈছে! আহাঁ ভাই—নিশ্চয় জিনিম! ৰণে বনে ফেৰুদৰে পলাব পাঠান!

চুহুম্মুং—যোৱা ভাই! এই লোৱা হেংদান মোৰ।

[ কণচেঙক—নিজৰ হেংদান দিয়ে। ]

যোৱা বীৰহঁত! যোৱা চুৰেং! ক'ত আছে চুখেং চুতেং—যোৱা সকলোটি—যোৱা বন্ধুসব—আহোমৰ কীৰ্ত্তি ৰাখাগৈ! এবাৰ বোলা সকলোৱে—জয় আহোমৰ জয়।

সকলোৱে—জয় আহোমৰ জয়—জয় স্বৰ্গদেও চুহুম্মুঙৰ জয়।

[ আগত কণচেং—আৰু পিছে পিছে বাকী সকলোৰে প্ৰস্থান। ]

—পটপৰে—

---

## তৃতীয় দৃশ্য

দিখৌ পাৰৰ এটা—সৰু পঁজা ঘৰ। চেংদৈয়ে কোছত এটা কেচুৱা লৈ চাউল জাৰি থাকে ]

চেংদৈ—হে' পাহে কলৈনো গ'ল ঐ এতেসিনি পৰে! মোৰ নো ক'তে মৰিবৰ চিন হ'ল! কি কৰোঁ।

[ উঠি আহি ইফালে সিফালে চায়হি ]

এতে পৰে কোনোবাসিনি পালেগৈ চাগৈ! মোৰ নো কি মৰিবৰ বাসনা হ'ল!

[ আকৌ ৰাজলৈ ওলাই ৰিঙি মাৰে ]

অ’ বোলোঁ,—বেগাই আহাঁ—! বেগাই আহাঁ—! মই যামগৈ এতিয়ান !

ছেঃ হয় বালক ! গাভৰুদেওহঁত চাগৈ কতসিনি পালেগৈ। নাওখনি য’ত যি আছিলে এটাইবোৰ মেলিলে ! কি কৰোঁ—! এই পাট ! এই পাটহে কাল শনি ! এই পাটৰ পৰাহে যাব নোৱাৰা হলোঁ—! নহলেনো মোৰ কি ? মই মুসলৈ চাই বৈ থকা তেনেজনী—নহঁও ! আহি পোৱাহি হলে এই পাটক কোনোমতে গটাই দি মই যাব পাৰিলোঁহেতেন ! কি আপদটে পালে।

[ আকৌ ৰিঙিয়ায় ]

অ’ বোলোঁ কলৈ গলা—আহিছানে ?

নেপথ্যত সোন্দৰ } গৈছোঁ। গৈছোঁ।

ছেংদৈ—এতেসিনি পৰত তেওঁ ঘৰ বুলিবেলে মনত পৰিছে ! আহি পাওকহি—দিম শোকোতাটো।

[ হাতত জাল আৰু খালৈ এটালৈ সোন্দৰৰ প্ৰবেশ ]

সোন্দৰ—অ’ বোলোঁ চেংদৈ নে পেংদৈ ! উসল মাসল কৈনো যাবেলে ওলোৱা হৈছে কলেবালে ? আৰু এনেকৈ টেটু ফালিনো হাঁৰৱিয়াইছিলি কেলেই ?

চেংদৈ—বোলোঁ তেনেসন কৰি নাহিবা ! এতেসিনি পৰ বসি আছোঁ—ঘৰ বুলিবেলেই—মনত পৰা নাই। তাৰ

ওপৰত আকৌ—আহিয়েই এই সন। মোৰ সং উঠি আছে জোকাই নগৰা—বুলিছোঁ—সোন্দৰ নে বান্দৰ—চিটিকাই দিম।

সোন্দৰ—উ! আজি একেবেলিয়েই ৰণলৈ ওলাই আছে! মোতকৈ একাচি চৰা হে! শাম হে কাটিব লাগিল! বোলোঁ হেৰেই! আজি আৰু জালসন ফালি যিটো বুঢ়া ৰৰালী সাৰিল, তেনেতো ৰৰালী মাছ মই ধৰা যি নায়েই ইমানটো হলোহি কোনো কালে দেসাও নাই। বেজাৰতে হেৰেই সুদা সালৈটো লৈ গুচি আহিলোঁ। তোকো আহি হুতাহতে কিবাসন বুলিলোঁ তাতে আৰু সংসন সালি।

চেংদৈ—হোঁৱা হোঁৱা কেচুৱা লোৱা! এই সনকে মোক ভুৱা দিবেলে আহিছা নি, যোৱাটো মাছ সদায় ডাঙৰ! এইৰু ৰাসা মই আৰু আহিলোঁহে। গাভৰুদেওইঁত চাগৈ কোনো বাসিনি পালেগৈ ধাপলি ললেহে যদি ধৰিবগৈ পাৰোঁ।

( সোন্দৰে কেচুৱা লয় )

সোন্দৰ—কলৈনো যাৱ নি? কেতে সিনি পৰ কৰিবিগৈ।

চেংদৈ—ডাঙৰীয়ানীহঁত গৈছে যেতিয়ান কেই দিন হয় কিনো ঠিকনা আছে। জীয়াৰী বোৱাৰী আটাইবোৰ জুমা জুমে ওলাইছে। কালিৰে পৰা উৰুলী শুনা নাইনে? কোনো নাৱে কোনো ৰামে কিমান যে গৈছে লেস জোস নাই।

সোন্দৰ—সিবিলাক যে গৈছে ৰণলৈ! তই যাৱ কলৈ?

চেংদৈ—কিয় আমাৰ হাত ভৰি নাইনে কি? আমি ৰণলৈ ওলালে কিবা পাক লাগিবনে?

সোন্দৰ—হে বান্ধৈ, গেন্ধাইছে গা বোলোঁ তেহেলেকে যা। তয়ো ৰণ কৰিবেলে যাৱ নি? বাৰু মোক কৈ যা চোন তই গৈ কি কৰিবিগৈ। মই মতা মানুহটো যাওঁ যাওঁ বুলি যাব নোৱাৰিলোঁ, এই অকল তোক এৰি যাব লাগে দেসিয়েই! এতিয়ান এই পানী কেচুৱা-এৰি থৈ তই যাবেলে ওলাইছ ৰণলৈ পিছেন ক'চোন বাৰু কি কৰিবিগৈ?

চেংদৈ—অত দা ডাঙৰীয়াৰ তিৰি তিৰোতা জীয়াৰী বোৱাৰীহঁত ওলাইছে, সিবিলাকে যি কৰেগৈ ময়ো কৰিম-গৈ তাকে।

সোন্দৰ—তই জানো দেসা নাই সিবিলাকে গাই.পতি, দা, জাঠি, ঢাল, হেংদান এইবোৰলৈ ওলাইছে। তোৰ মুসসনহে আছে তাৰেই ৰণ কৰিবিগৈনে?

চেংদৈ—কেনে সন কৰে আকৌ। যাবেলে ওলাইছোঁ ভাল মুসৰ মাত এষাৰ যি নায়েই আকৌ পেংলাইসনহে কৰে। মই যাম বুলিছোঁ যামেই।

সোন্দৰ—কিনো পেংলাই সন কৰিছোঁ। সুধিছোঁ হে সুদা মুসেনো ৰণলৈ যাবিনে? ঢেকি ঠোৰা টোকে বা মাছ বচা মৈদা সনকে হলেও লৈ যা! সিবিলাকে হেংদানেৰে কাটিব তই ঢেকি ঠোৰাৰে ককালৰ জোৰা চাই মাধমাৰ সোধাই এফালৰ পৰা পেঠানৰ বাপেকে ককাল ভাঙ্গি যাবি। চিনি পাই যক চুৱা শোৱাহঁতে কেনে জনী বুঢ়ী মাকৰ হাতত পৰিছে।

[ নেপথ্যত—অ’ মাহিটি ! আমি আহিলোঁ উ ! ]

চেংদৈ—অ’ ৰবি ৰবি গৈছোঁ। ময়ো গৈছোঁ। নহয় পাহে মোক ভালকৈ কোৱা চোন সঁচাকৈ কিবা নিব লাগিবনে কি? গাভৰুদেওহঁতে হলে দা জাঠি নিয়া দেসিছোঁ। কিয় নিছে কি?

সোন্দৰ—পেঠানক কাটিবলৈ। কৈছোঁনো কি শুনিছনো কি? যাবেলে ওলাইছ যেতিয়ান মইনো তোক নেযা বুলি কমনে, পিছেন আমাৰ দা নাই জাঠি নাই ঢেকি ঠোৰাকে লইযা !

চেংদৈ—মই বোলোঁ গাভৰুদেওহঁত ৰণ নে কি সেই সন চাবেলে ওলাইছে। পিছেন বাৰু সেই পেঠান নে কি সেই-বোৰ জানো মানুহ নহয় !

সোন্দৰ—মানুহ নহয় গৰু ছাগলীৰ লগত ৰণ দিবেলে ওলাইছেনে? ক’ৰ আকৰী অ’ এই জনী, মই বোলোঁ চেংদৈয়ে কথা জানে। পিছেন দেসিছোঁ ৰণলৈ যাওঁতে চকুৰ টিপতে পেঠানে ধৰিয়েই নিব।

চেংদৈ—নিবতো চকুৰ টিপতে! দিম নহয় সোকোটাটো মাক টিয়েকে। তুমি আনোতে নেপাইছিলা চেংদৈ কেনে জনী !

সোন্দৰ—মই আনোতে ছালকি আছিলি ঐ বান্ধে ছালকি আছিলি! মদোনদৰ বিষয়াৰ নাতিনিয়েক সোন্দৰক তই কম ঘূৰণ ঘুৰোৱা নাই চেংদৈ বান্ধে কম ঘূৰণ তই ঘূৰোৱা নাই।

চেংদৈ—বাৰু সেইবোৰ এতিয়ান এৰা। পেঠানৰ সাত পুৰুষৰ সাহ নাই চেংদৈক ধৰি নিয়ে, সেইটো ভয় নেসাবা! পিছেন যদি পেঠান নে কি সেইবোৰ সঁচাকৈয়ে মানুহ—সেই মানুহবোৰকে কাটিবনে?

সোন্দৰ—সুদাত নো তোক কথা নজনা বুলিছোনে চেংদৈ! ৰণনো বুলিছে কিহক? মানুহ কটাই তো ৰণ! সেইবোৰকে কাটিবলৈ তোন ওলাইছে ডাওৰীয়ানী সকল কাছি পাৰি! তয়ো যেতিয়ান ওলাইছ যা। মোৰ সেই জপাতে শেল দিয়া এৰিয়াৰ চুৰিয়া সন আছে সলাই ল। মূৰত পাগুৰী এগছ মাৰি ল! ঢেকি ঠোৰাটো হাতত ল। তাৰ পিছত ৰামকৃষ্ণ বুলি সুধি যা এফালৰ পৰা পেঠান।

চেংদৈ—গাভৰুদেওহঁতে দেসোন চুৰিয়া সলোৱা নাই! ৰিহা মেসেলাৰেই গৈছে।

সোন্দৰ—চুৰিয়া জপাত নিছে তাত গৈ সলাবগৈ। তোক ইয়াতে এতিয়ান সলাবলৈ কৈছোঁ কেনে দেসি সোন্দৰে এবাৰ চাই লওঁ। আকৌ বা কেই দিনৰ মূৰত দেসা পাওঁ।

চেংদৈ—ইস্ আমি সেই সন নোৱাৰো পাহে! ৰণ সনকে নেচাওঁ যদি নোৱাৰোঁ। বাৰেওটি কাল গ'ল চুৰিয়া সন নিপিন্ধাকেই, এতিয়ান লাগিছে চুৰিয়া সন! বাৰু পিছেন পেঠান মসানো মতানে তিৰোতা নি!

সোন্দৰ—বাৰু তোৰ নো কেনে যেন মনে ধৰে? চুৰিয়া বাৰু নিপিন্ধ এতিয়ান নেলাগে। তেও লগত হলে লৈ থবি, তাতগৈ কৰবাত লাজত পৰিবিগৈ।

চেংদৈ—নেজানো দেসিন তোন্ সুধিছোঁ। সিহঁত মসানো মতানে তিৰোতা নি ?

সোন্দৰ—মাসেই তিৰোতা। তিৰোতা দেসিন্ তোন ডেকালৰাবোৰ বৈছাই পতি গৈছে আৰু উভটি আহিবেলে মন কৰা নাই। যিহে মাণিকী মাকৰ কড়িয়া যেন মনসোৱা মনসোৱা একোজনী গাভৰু! ডেকামাস গৈয়েই—আছোক ৰণ কৰোক থাওক পৰি—দা সাপতে থাকে, মুসলৈৰ—লাগি চাই থাকোঁতেই লোকে আহৰি কৰে। আগে পিছে জানো ৰণলৈ তিৰোতা মানুহ যোৱাৰ কথা শুনিছিলি ? এইবাৰ সেই দেসিন স্বৰ্গদেৱে গাভৰু সিনিক যাব দিছে। এইবাৰহে কাঠক কাঠে পৰিছে !

চেংদৈ—পিছেন চোন ডেকাও গৈছে একা !

সোন্দৰ—গৈছে ভাত পানী ৰান্ধি দিবেলে, লাছনি পাছনি সন কৰি দিবেলে! গাভৰু সিনিয়ে ৰণকে কৰিবনে ভাতকে ৰান্ধিব।

চেংদৈ—ওঁ তোন! সিহঁতি সদায় একাল সুৱায়েই আছে! এদিন একালে ইহঁতিও সুৱাওক! ভাত ৰন্ধাৰ তুস টো মতা মানুহ সিনিয়ে পানী যেন বুলি ভাবে নহয়! এইবাৰ পাই আহক শোকোতাটো! মই তেনে ওলাওঁয়েই এতিয়ান। চাওঁ মোৰ মঙ্গহ তুসৰিক একোলা লৈ যাওঁ।

[ কেচুৱাটো সোন্দৰৰ হাতৰ পৰা লৈ চুমা খাই আকৌ সোন্দৰৰ হাতত দিয়ে ]

আয়্ মোৰ সোণ কণি! মোৰ মঙ্গহ দুসৰি। মই যাওঁ গৈ! দেই! দেই!

সোন্দৰ—জাল সনে সালৈ টোৱে ভিতৰ সুমাই থ হেৰেই। যাবিগৈ আৰু লাছনি সন কৰি দি যা। মোৰ ধোঁৱা সোৱা টোৱে কাণী টেমা টোৱে লৈ আহিবি! হাতা সনে সোলা সনেও আনিবি তাতে তেতিয়ান্ থৈছিলোঁ। শোৱা পাটিসনৰ শিতাণতে পানো দুকণ আছে লৈ আহিবি।

[ খালৈ আৰু জাললৈ চেংদৈৰ প্ৰস্থান ]

বাৰু মোৰ চেংদৈ! তোকো মই ৰণলৈ যোৱাম! কাণী পান এটিকিৰা মান সুৱাই লব পাৰিলে আৰু তৰিলোঁ। তেতিয়ান্ তয়ো গৈ থাক্।

[ হেতা, খোলা, হোকা, পান, কাণীটেমা ইত্যাদিলৈ চেংদৈৰ পুনঃ প্ৰবেশ ]

চেংদৈ—এইয়া এটাইসিনি জটাই দিলোঁ। মই আৰু যাওঁ দেই।

সোন্দৰ—মোক পান কণ কুটি দি নেযাব়। জুই কুড়াও ধৰি দি যা। মইনো কেচুৱাটো মুগুলে কেই হাতে কৰিম!

চেংদৈ—এটাইবোৰ চাগৈ গলেই নহয়! মইনো ক'ত লগ সন ধৰিবগৈ পাৰিম।

সোন্দৰ—কত বিলাকে এতিয়ানো সোৱা বোৱা কৰাই নাই! পাবিগৈ হেৰেই! লাগে যেতিন ময়ো চাইটা মান পদুলি তোক আগ বঢ়াই দি আহিম গৈ।

চেংদৈ—তেন্তে সৌ ভিতৰলৈকে ব'লা,—জুইয়ো আছেই। মই পান কণ কুটিম তুমি সেকি মেলি লবা।

সোন্দৰ—বাৰু ব'ল। ভিতৰতে হলেও হব। পিছেন এতিয়ান্ যাবেলেকো ওলাইছ, তোক আমনি সন কৰিবেলেকো বেয়া লাগিছে। এফালে ওলালে, আগৰ বুঢ়া মাসে কোৱা কথাহে,—বোলে এটা বা এডোসৰ হলেও টিকিৰাত হোঁপা টো মাৰি যাবা। যেনি যাবা জয় জয় ময় ময়। বাৰু ব'ল ভিতৰলৈকে ব'ল!

[ হেতাখোলা আদিলৈ দুয়োৰে প্ৰস্থান। যাওঁতে সোন্দৰে গাই যায় ]

গীত

চেংদৈ বান্ধৈ! ভালেকৈ বুলিবি বাট!
পিছলি পৰিবি—বাৰুকৈ ধৰিবি
　　নহয় এলাপেছা ঘাট!
চেংদৈ বান্ধৈ! লাখুটি পিছলে তাত!
(তাৰ) নাও শুনি তল যাওঁ, তই থাক মই যাওঁ
　　ৰণৰ একাচেকা হাট!
চেংদৈ বান্ধৈ! গা চাই বুলিবি বাট।

[ প্ৰস্থান ]

—পট পৰে—

## চতুৰ্থ দৃশ্য

[ পাঠান শিবিৰৰ ভিতৰৰ সুসজ্জিত ৰঙ্গমণ্ডপ ]

[ তুৰ্ব্বক, হুছেন খাঁ, কাছিতাৰা, লেহিতিয়া তাজু খাঁ, গিয়াছবেগ, নছৰৎ খাঁ ইত্যাদি বহি থাকে ]

### নৰ্ত্তকীবিলাকৰ গীত

আমি সুৰেৰে বিলাওঁ অমিয়া !
ৰূপেৰে বিলাওঁ ৰূপৰে মোহনি,
ভাগৰত জুৰণি দিয়া ঐ চেনেহী
ভাগৰত জুৰণি দিয়া।
চকুৰে বিলাওঁ মোহৰে মদিৰা—
হাঁহিৰে বিলাওঁ হিয়া ঐ চেনেহী
হাঁহিৰে বিলাওঁ হিয়া
বুকুৰে বিলাওঁ বুকুৰে কথাটি,
কেতিয়া আহিব পিয়া ঐ চেনেহী
কেতিয়া আহিব পিয়া।

নছৰৎ—[ ৰুমালেৰে নৰ্ত্তকীবোৰক 'বিছি বিছি ] আহাহা ! একেবাৰে ঘামি জামি দম বন্ধ হোৱা যেন হৈ গৈছে ! আহাহা কি কষ্ট পাইছে ! মই বিছি দিওঁ ! মই বিছি দিওঁ ! আহাহা ! কি খুবচুৰৎ তোমালোকৰ আওয়াজ ! কি খুবচুৰৎ চেহাৰা ! ক খুবচুৰৎ তোমালোকৰ নাচ !

তাজু—খাঁ চাহাব দেখিছোঁ একেবাৰে—গলি গ'ল !

নছৰৎ—গলি নেযাবা ! তোমাৰ দিলত আচল চিজেই

নাই নহলে কি এনেকৈ থাকিব পাৰিবানে! আহাহা চোৱাচোন চোৱা গান এটি তানিয়েই ভাগৱত একেবাৰে পকা বেদেনাটিৰ নিচিনা হৈ পৰিছে! অলপ জিৰাই জিৰাই গাবা দিলজানহঁত!

হুছেন—নছৰৎ! সিহঁতক চৰবৎ দিয়া।

নছৰৎ—এই দিওঁ হুজুৰালি! ইস্ মই এক দম্ পাহৰি গৈছিলোঁ।

[ নৰ্ত্তকীবোৰক চৰবৎ দিয়ে ]

আৰু নেপাহৰিমেই বা কিয়? তেওঁলোকৰ যি দিল্ ঠাণ্ডা কৰা গান, নাচ, নজৰ, গাৰ লাচ্! তাত আৰু দোছোৰা চিন্তাৰ ফুৰছৎ থাকেনে? খাই লোৱা দিলজানহঁত খাইবই বেছ জিৰাই আকৌ লাগি যোৱা! হজুৰালিহঁতৰ যুদ্ধৰ ভাগৰ মাৰি একেবাৰে দিল্ ঠাণ্ডা কৰি দিয়া।

তুৰ্ব্বক—নছৰৎ দেখিছোঁ এইবিলাক কামত খুব হুঁছিয়াৰ!

নছৰৎ—হুজুৰালিৰ মেহেৰবানি!

তাজু—এইবিলাকত খুব হুঁচিয়াৰ কিন্তু যুদ্ধ বুলিলেই তেওঁ একেবাৰেই বে চামাল!

নছৰৎ—বে চামাল! নছৰৎ খাঁ বে চামাল। কেইখন যুদ্ধ দেখিছা—খাঁ চাহাব! কথা অলপ বুজি কৰা!

তাজু—বুজিয়েই কৈছোঁ খাঁ চাহাব! বিছ পাঁচিশ খন যুদ্ধ দেখিলেই যদি হয়—তেন্তে বহুত আউৰৎ তোমাতকৈ ভাল যুঁজাৰু হব!

নছৰৎ—মুখ চম্ভালি কথা কবা খাঁ চাহাব ! তোমাৰ আক্কেল খুব বাঢ়িছে ! চিনি পাবা নছৰৎ খাঁ কেনেকুৱা !

তুৰ্ব্বক—আহা—তোমালোকে অলপ কথাতে এনে তোফা আমোদটোত বাধা উপস্থিত কৰিছা ! ইয়াত আমোদ কৰিবলৈ আহিছা আমোদ কৰা ! বাজে কথাত মিছামিছি সময় নষ্ট কৰিছা কিয় ?

নছৰৎ—বান্দা দেখক হুজুৰালি যুদ্ধ কথাটোৰ বানান জানেনে নেজানে ঠিক নাই—তাৰ ওপৰত আকৌ ইমান ডাঙৰ কথা ! কোনে বান্দা সহি থাকিব পাৰে ?

তাজু—কি লবি চাবানে কি ? মুখৰ কথাত কাম নাই তবোৱালেৰে ঠিক হওক !

তুৰ্ব্বক—ছিঃ ছিঃ তোমালোকে কি এইবোৰ কাজিয়া কৰিছা ! ছিঃ ছিঃ যাবলৈ দিয়া, বাজে কথাত সময় নষ্ট নকৰিবা ! বহাঁ, বহাঁ, আকৌ নাচ চলক গান চলক ! নছৰৎ ! নৰ্ত্তকীবোৰক কৈ দিয়া আকৌ গান হওক ! যোৱা নছৰৎ, লগাই দিয়া !

নছৰৎ—ভাল হুজুৰালি !

[ নৰ্ত্তকীহঁতক উদ্দেশ কৰি ]

উঠা দিলজানহঁত ! আকৌ এবাৰ—খুব ভাল খুব—খুবচুৰৎ চাই এটি চলাই দিয়াহঁত ! একেবাৰে মাৎ কৰি দিয়াহঁক চোন ! উঠা ! যদি চৰবৎ লাগে আৰু দিওঁ ! খাই লোৱা !

[ নৰ্ত্তকীবিলাকৰ আকৌ গীত ]

পদুম হেলনীয়া সাঁচে—সাঁচে
জোনবাই জুমি চাই নাচে।
মেঘৰে আঁৰতে তৰা চিকেমিকায় জোনে নো কাচন কাচে,
বিলৰে বুকুতে কিহে চিকেমিকায কোনে নো ফুটুকি বাচে।
হিয়া মোৰ লগতে নাচে।
কোনে নো বাঁণ বায় কোনে নো গীত গায়
কোনে নো মুচৰাই নাচে—
কোনে নো আঁকি যায় বুকুতে ছবিটি
হিয়ালৈ হিয়াটি যাচে—যাচে
সপোনৰ আঁচে—আঁচে।

---

নছৰৎ—ক্যা বাৎ! ক্যা বাৎ! ক্যা তোফা!
[ নৰ্ত্তকীবোৰক চৰবৎ দিয়ে ]

খাই লোৱা দিলজানহঁত! খাই লোৱা! হুজুৰালিহঁত খুব খুছি হৈছে! খুব খুছি হৈছে। ইমানপৰ মূৰ হুপিয়াই তোমালোককে নজৰ কৰি আছে! বাঃ! কি তোফা গালা! কি তোফা নাচিলা! একেবাৰেই যেন বেহেস্তৰ পৰী নামি আহিল!

তুৰ্ব্বক—দোস্ত! একেবাৰেই দেখোন নিমাত! নাচ গান বৰ ভাল লগা নাইনে কি?

লেহেতীয়া—খুব ভাল লাগিছে জনাব! খুব ভাল লাগিছে।

কাছিতাৰা—আমি নিমাতহৈ যিমান ভালকৈ উপভোগ কৰিছোঁ—আমোদটো—জনাবহঁতে সিমান ভালকৈ উপভোগ কৰিব পৰা নাইহে হবলা !

তুৰ্ব্বক—তেন্তে দেখিছোঁ—আপোনালোকহে আদত্ সমজ্‌দাৰ্ ! আচ্ছা, আৰু চলিবনে কি ?

কাছি—জনাবালিৰ ইচ্ছা। আমাৰ কি কথা !

তুৰ্ব্বক—ইহঁতো—দেখিছোঁ—বৰ হায়ৰাণ হৈছে। আজিলৈ মোৰ মনে ইমানতে শেষ কৰাইহে ভাল। নছৰৎ! আজিলৈ আৰু নাচোৱালীহঁতক আৰাম কৰিবলৈ দিয়া! সিহঁতক খুব ভালকৈ চৰবৎ আৰু খানা তানা দিয়াগৈ !

নছৰৎ—ভাল হুজুৰালি! ব'লা দিলজানহঁত! আজিলৈ আৰু তোমালোকক তক্‌লিফ্ নিদিওঁ !

[ নৰ্ত্তকীহঁতকলৈ নছৰংখাঁৰ প্ৰস্থান ]

তুৰ্ব্বক—তেন্তে, আমিও আৰু আৰাম কৰোঁগৈ, কি বোলে জনাব ? আৰু দোস্ত, আপুনি কি কয় ?

লেহে—কি ক'ম জনাব! ৰাতিও বহুত হৈছে। বিশ্ৰাম কৰাই ভাল !

তুৰ্ব্বক—এতিয়াতো আৰু যুদ্ধৰ হুলস্থুল নাই। কালি লৈকে আমি নিশ্চিন্তে আমোদ কৰিব পাৰিম। আহোমৰ এইবাৰ ককাল ভাগি গৈছে—আকৌ পোণ হৈ যুদ্ধলৈ আহিবলৈ দেৰী আছে। আহে কি নাহে—কিজানিবা সন্ধিৰেই প্ৰস্তাব আহে, তাৰো ঠিক নাই !

কাছি—আহোম বৰ লেকেতীয়া শত্ৰু জনাব! একো

ঠিক নাই ! মোৰ বিশ্বাস নহয় যে সিহঁতে ইমান সোনকালে ক্ষান্ত হব।

লেহে—হয় জনাব। আমি এতিয়াৰে পৰা নিশ্চিন্ত হলে নহব ! আমি প্ৰস্তুতহৈহে থাকিব লাগে আৰু পাৰিলে আগ বাঢ়িবৰহে ব্যবস্থা কৰিব লাগে।

তুৰ্ব্বক—আপোনালোকৰ উপদেশ মতেই ইমান দূৰ আগ বাঢ়িছোঁ। বাৰু, আপোনালোকৰ বুদ্ধি মতেই কাম কৰিব লাগিব ! ভাবি চাওঁ, কালিলৈ পৰামৰ্শ কৰিম। এতিয়া যাওক আৰাম কৰকগৈ ! আদাব !

[ সকলোৰে প্ৰস্থান ]

—পটপৰে—

---

## পঞ্চম দৃশ্য

### ৰণস্থল

[ তুৰ্ব্বক, হুছেন, কাছিতাৰা, তাজু, লেহেতীয়া আৰু নছৰৎখাঁৰ প্ৰবেশ ]

তুৰ্ব্বক—যি কৈছিল আপোনালোকে দোস্ত, সকলো ঠিক ! আপোনালোকৰ পৰামৰ্শ নোলোৱা হলে দেখিছোঁ৷ সৰ্ব্বনাশেই হ'লহেঁতেন ! এইবাৰ সিহঁতৰ আয়োজন দেখিছোঁ৷ বেলেগ ৰকমৰ।

হুছেন—কি বুৰ্ব্বক এই আহোম জাতিটো! আউৰং পঠিয়াইছে যুদ্ধ কৰিবলৈ!

নছৰৎ—আৰু সিহঁত কি যেই সেই আউৰং হুজুৰালি! একো একোজনী যেন এটা এটা জোৱান মৰদ্ হে! কি তোফা তলোৱাৰ চলায়! দেখিলে চাই থাকিবৰ মন যায় হুজুৰালি!

হুছেন—এবাৰ দেখিলে হয়! কি মস্কিলকে যে কৰিলে ইহঁতে! আউৰং বুলিলে হাত তুলিব নেপায়,—এতিয়া আকৌ সেই আউৰংৰ লগত যুদ্ধ কৰিব লাগিব! কি কৰা যায়!

তুৰ্ব্বক—সিওটো অৱশ্যে এটা ভাবিবৰ কথাই।

তাজু—কথাকি জনাব! চকুৰে দেখি মাৰিলে বেয়া লাগিব! চকুমুদি তলোৱাৰ ঘূৰাই আগ বাঢ়ি যাব লাগে যি আগত পৰে যাওক জহন্নামে!

নছৰৎ—যিমান ভাবিছা সিমান ঢিলা নহয় খাঁচাহাব! একো একোজনীয়ে দশ্ বিশ্টা পাঠান মাৰিহে মৰিব! মৰদৰ যদি ভাগৰ আছে—ইহঁতৰ মই ভাগৰ দেখা নাই!

তাজু—আচ্ছা—দেখা যাব। হুকুম কৰক জনাব! মই সিহঁতক ঠিক কৰিম!

তুৰ্ব্বক—মই ভাবিছিলোঁ হুছেন খাঁকে পঠাম। বাৰু বেছ। তুমিয়েই যোৱা খাঁ চাহাব। আৰু দোস্ত আপুনিও যাওক।

লেহে—জনাবৰ যি ইচ্ছা, মই প্ৰস্তুত!

তুর্ব্বক—মই, জনাব, আৰু হুছেন খাঁই সিহতৰ সেনাপতিক আক্রমণ কৰিম। আপোনালোকে নাৰীসেনা দলক আক্রমণ কৰকগৈ। যোৱা—তাজুখাঁ! যাওক দোস্ত! খুব হুচিয়াৰ!

তাজু—আদাব—হুজুৰালি!

( তাজু আৰু লেহেতীয়াৰ প্রস্থান )

তুর্ব্বক—আচ্ছা জনাব, আপোনাৰ সেই গুপ্তচৰ লৰাটো—ক'লৈ গ'ল! সি নোহোৱাত এই কেইদিন আমি কোনো ঠিক খবৰ পোৱা নাই। আৰু সেই কাৰণেই বোধ কৰোঁ—আমাৰ কার্য্য—ভালকৈ চলা নাই। আমাৰ যিবিলাক গুপ্তচৰ আছে মই দেখিছোঁ, কোনো কামৰ নহয়।

কাছি—ময়োতো—ভাবিছোঁ—জনাব—কলৈ গ'ল সেই লৰাটো—! সি আছিলে সিহঁতৰ ৰজাৰ লৰা সেই চুক্লেনৰ—লিগিৰা। চুক্লেন সেই দিনা গুলি খাই নমৰিল। ভাবিছোঁ সিও তাতে ব্যস্ত আছে!

তুর্ব্বক—মইতো শুনিছোঁ সেই ৰজাৰ লৰা, আহত হোৱাৰ দুই চাৰিদিন বাদেই ৰাজধানীলৈ গ'ল! তেন্তে কি সেই লৰাটোও গ'ল!

কাছি—হব পাৰে জনাব! অনুমান,—এবাব—নোৱাৰি যাবলৈ বাধ্য হ'ল! নহলে সি জৰুৰ আহিলহেঁতেন!

তুর্ব্বক—বাৰু যেই হওক। এতিয়া ব'লক আমিও যাওঁ; আগেয়ে শত্রুৰ গতি লক্ষ্য কৰোঁগৈ। তাৰ পিছত চেগবুজি আক্রমণ কৰিব লাগিব! আহক।

[ সকলোৰে প্রস্থান ]

[ যোদ্ধবেশে মূলা আৰু হেলাৰ প্ৰবেশ ]

মূলা—মোৰ পিছে পিছে ফুৰি কিয় ইমান—কষ্ট—কৰিছে গাভৰুদেও! এতিয়াতো আপুনি মোৰ সমানে কষ্ট কৰিব নোৱাৰিব! মই এতিয়া—চামুণ্ডা! মৃত্যু মোৰ বাঞ্চনীয়, মই মৃত্যুক বিচাৰি ফুৰিছোঁ! আপুনি মোৰ অনুসৰণ কৰি কিয় কষ্ট কৰিছে গাভৰুদেও! পত্নীৰ যে পতিসেৱা হে প্ৰথম কৰ্ত্তব্য! তাৰ পিছত আন।

হেলা—জানোঁ বাইদেও পতিসেৱাই পত্নীৰ প্ৰথম কৰ্ত্তব্য! সেই উদ্দেশ্যেই আপোনাৰ সঙ্গিনী হৈ ৰণস্থলত আহত পতিৰ সেৱা কৰিম বুলি আহিছিলোঁ—কিন্তু স্বামী যে মোৰ আগেয়েই ৰাজধানীলৈ যাত্ৰা ক'ৰিলে!

মূলা—চুক্লেন কোঁৱৰ ৰাজধানীলৈ গ'ল! মোকতো আপুনি—এই বাৰ্ত্তা জানিব দিয়া নাই—। মই—আপোনাক ৰাজধানীলৈ পঠোৱাৰ ব্যৱস্থা কৰি দিলোঁহেতেন! মই আজিয়েই সেই ব্যৱস্থা কৰি দিম গাভৰুদেও! আপোনাৰ এই কৰ্ত্তব্যতকৈ সেই কৰ্ত্তব্য ডাঙৰ গাভৰুদেও! আপুনি—আজিয়েই ৰাজধানীলৈ যাত্ৰা কৰক!

[ মুহিলাৰ প্ৰবেশ ]

মুহিলা—সৰ্ব্বনাশ হ'ল গাভৰুদেও! পাঠানে চোৰাংকৈ আহি আমাক আক্ৰমণ কৰিছে! সৌৱা এই পিনলৈকে সিহঁত আহিব লাগিছে!

নেপথ্যত—আল্লাহু আকবৰ!

মূলা—সাজু হ মুহিলা! সাজু হ'ক গাভৰুদেও! মাতক সেই শক্তিময়ী মহামায়াক! মাতক! যাৰ শক্তি প্ৰভাৱত অসুৰ শক্তি কম্পিত হৈছিল! পাঠান কোন কুটা!

[ তাজু আৰু লেহেতীয়াৰ প্ৰৱেশ ]

তাজু—এই যে ইয়াতে।

মূলা—ইয়াতে তোৰ যম। আহ নৰাধম! মাত তোৰ ইষ্ট দেৱতাক।

[ মূলাই তাজুক আৰু হেলাই লেহেতীয়াক আক্ৰমণ কৰে, যুদ্ধত তাজু পৰে ]

মূলা—মৰ আজি নৰকী পাঠান!

[ মূলাই তাজুৰ বুকুত তৰোৱাল বহুৱাই দিয়ে আৰু লেহেতীয়া পলায় ]

তাজু—ইয়া—আ—ল্লা!

[ মৃত্যু ]

মূলা—কলৈ পলাবি কাপুৰুষ! ক'ত সাৰিবি? ৰক্ষা নাই! পলালেও নিস্তাৰ নাই।

[ লেহেতীয়াক খেদি মূলা, হেলা, মুহিলাৰ প্ৰস্থান ]

[ হাতত এডাল জাঠিলৈ খুণবাওৰ প্ৰৱেশ ]

খুণবাও—ক'ত চেংলুং! ক'ত তাকিছু! তুকে বিচাৰি আয়িছুঁ! উনি পাইছুঁ ইয়াতে আয়িছ ক'ত আবিবি? লুকু! লুকু! এতিয়া তাকে দেকি পুৱা নাই! তই

কুছি কলি! তাৰ এতিয়া যুৱা নাই! তাকে তুৰ কুৰিতে পতিয়াম! দেকি তাক! দেকি তাক লুকু! উ—বৰ দ্ধুক—বৰ দ্ধুক দি কুছি কলি লুকু! অদায় দিন অউ তাত পৰা তাকে দেকি তাকিব কলি। তই দেকি পাৱ। মই দেকি নাপাওঁ। দেকি পালে—এই জাতি এই জাতি লকতে তুৰ পালে ইমান দ্ধুক দিয়া, মুৰ পালে ইমান দ্ধুক দিয়া ওব তুলিম। তাকে তুৰ কুৰিতে পতিয়াম! দেকি তাক লুকু! ইয়াতে ই তাকিছে ইয়াতে তাক দেকি পাম! ইয়াতে তাব এষ কৰিম! য়েই দিন য়েই দিন তুৰ দ্ধুক যাব—মুৰ দ্ধুক যাব! ক'ত তাকিবি চেংলুং ক'ত লুকাবি! ক'ত আৰিবি! দেকি পাম। দেকি পাম!

( লাহে লাহে প্ৰস্থান )

( তুৰ্ব্বক, হুছেন, আৰু নছৰৎ খাঁৰ প্ৰবেশ )

নছৰৎ—সৰ্ব্বনাশ—[ তাজুখাঁৰ মৃতদেহ দেখি ] সৰ্ব্বনাশ! এইয়া কোন! অ' খাঁ চাহাব!

তুৰ্ব্বক—তাজু খাঁ। তাজু! তাজু! উস্! কোনে এই অৱস্থা কৰিলে!

নছৰৎ—চকু মুদি যুদ্ধ কৰিয়েই এনে অৱস্থা হ'ল!

তুৰ্ব্বক—নছৰৎ! তুমি অতি বদবখৎ!

নছৰৎ—গোস্তাখি মাফ হয় হুজুৰালি!

তুৰ্ব্বক—দ্বিতীয় বাৰ আৰু এনে কথা শুনিলে মাফ নকৰিম নছৰৎ খাঁ!

( বেগাই লেহেতীয়াৰ প্ৰবেশ )

লেহে—জনাব! এইবাৰ ৰক্ষা নাই! নাৰীসেনা একেবাৰে মতোৱাল হৈ এই ফাললৈকে আহিছে! প্ৰস্তুত হ'ক জনাব!

মূলা—ক'ত তুৰ্ব্বক! ক'ত হুছেন! ক'ত বঙাল! আহ নৰাধমহঁত! যদি সাধ্য আছে সম্মুখ হ! ৰক্ষা নাই! চামুণ্ডা নাৰীৰ আগত ৰক্ষা নাই!

লেহে—সেইয়া পালেহি জনাব! পালেহি!

[ খোলা তৰোৱাললৈ মূলা, হেলা, মুহিলা আৰু নাৰীসেনাৰ প্ৰবেশ ]

মূলা—এইয়া যে ইয়াতে নৰাধমহঁত! নৰকী পাঠান! আহ কোন তুৰ্ব্বক! কোন হুছেন! কোন বঙাল! মাত নৰকীহঁত! এবাৰ ইষ্টদেবতাৰ নাম জপ কৰ!

হুছেন—এইয়া হুছেন তোৰ যম নাৰী! পাৰ যদি আত্মৰক্ষা কৰ!

মূলা—হুছেন! তয়েই হুছেন! পতিঘাতী দস্যু ল প্ৰতিফল!

[ মূলাই হুছেনক, মুহিলাই নছৰতক, হেলাই লেহেতীয়াক আৰু নাৰীসেনাই তুৰ্ব্বকক আক্ৰমণ কৰে ]

মূলা—এইবাৰ নৰকী পাঠান ল ইষ্ট নাম।

[ হুছেন পৰে মূলাই বুকুত তৰোৱাল বহুৱাই দিয়ে ]

হুছেন—ইয়ে—খো—দা [ মৃত্যু ]

[ হুছেনক পৰা দেখি তুৰ্ব্বকে মূলাক আক্ৰমণ কৰে ]

তুৰ্ব্বক—ৰক্ষা নাই নাৰী ! সাজু হ !

মূলা—তয়েনে তুৰ্ব্বক ! লাগে ! লাগে মোক তোৰে কেঁচা তেজ !

[ মূলা আৰু তুৰ্ব্বকে যুঁজি থাকোঁতেই মুহিলাৰ হাতত নছৰং পৰে। হেলাৰ হাতত লেহেতীয়া পৰে। লেহেতীয়াৰ বুকুত হেলাই তৰোৱাল বহুৱাই দিয়ে আৰু পিছ ফালৰ পৰা কাছিতাৰা আহি হেলাৰ পিঠিত তৰোৱাল বহুৱাই দিয়ে। ]

কাছি—এয়ে তোৰ শাস্তি পিশাচি !

হেলা—নৰাধম ! উস্ ! স্বামী—গু—ৰু ! [ মৃত্যু ]

[ মুহিলাই কাছিতাৰাক আক্ৰমণ কৰে ]

মুহিলা—মৰ নৰকী—মৰ এইবাৰ !

[ "আল্লাহু আকবৰ" বুলি কিছুমান পাঠান সেনাৰ প্ৰবেশ আৰু সকলোৰে মূলা মুহিলা আৰু নাৰী সেনাক একেলগে আক্ৰমণ কৰি সকলোকে বধ কৰে ]

মূলা—বিশ্বাসঘাতক—নৰকতো ঠাঁই নেপাবি ! নোৱাৰিলোঁ ! কণচেং ! চুৰেং ! চুখেং ! বাকী তোমালোকে কৰিবা। যোৱা সতী—যা মুহিলা—জগতত অক্ষয় কীৰ্ত্তি ৰাখি গলা ! স্বামী—গুৰু—তোমাৰ হত্যাৰ কণা মাত্ৰ শোধ কৰিলোঁ ! চৰণত ঠাই—দি—বা প্ৰ—ভু। [ মৃত্যু ]

তুৰ্ব্বক—আউৰৎ বিলাকেও যুদ্ধ কৰে ! এনে তোফা ! বাস্তবিক ইও এটা জাতি ! জীৱনত এয়ে প্ৰথম দেখিলোঁ ! এনে যুদ্ধত মৰিও গৌৰব !

---

—অঙ্ক পতন—

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### ভৰলীৰ পাৰ

[ চাৰিওফালে জুই। পাঠান শিবিৰবিলাক কোনোটা আধা-পোৰা, কোনোটো জ্বলি থাকে। পাঠান সেনা যেনি তেনি পলায়—কিছুমান আধাপোৰা অবস্থাত মাটিত পৰি ছাতিফুটি কৰি থাকে। কণচেং, চুৰেং, বৰবৰুৱা আৰু কিছুমান আহোম সেনা থিয় হৈ চাই থাকে। ]

কণচেং—এইবাৰ পূৰ্ণাহুতি! দিয়া জ্বালি! দিয়া জ্বালি। এনে দাবানল জ্বলি উঠক যেন পাঠানৰ চিন্‌চাবো থাকিব নোৱাৰে। বিশ্বাস ঘাতকৰ এয়ে পৰিণাম! লাগে পূৰ্ণাহুতি! উত্তৰে ভৰলী—পশ্চিমে ভৰলী—দক্ষিণে লুইত—পূবে পাঠানৰ কালান্তক যম—কেনি পলাব—কেনি সাৰিব! তৃপ্ত হোৱা হুতাশন! তৃপ্ত হোৱা সতীৰাণী আইহঁত! তৃপ্ত হোৱা বীৰ-শ্ৰেষ্ঠ জন্মভূমিৰ সেৱকসকল! পাঠানৰ ভস্ম ছাইৰে আজি তোমালোকৰ হত্যাৰ তৰ্পণ। যোৱা চুৰেং, যোৱা—বৰবৰুৱা উত্তৰ আৰু দক্ষিণ দুৱাৰ ৰক্ষাৰ ভাৰ তোমালোক উভয়ৰ। পূব আৰু পশ্চিমত মই আছোঁ পাঠানৰ সাক্ষাত কৃতান্ত। চাবা যেন পলোৱা পাঠানো—ভৰলীত কিম্বা লুইতত পৰিও নিস্তাৰ নেপায়।

পাঠানৰ কেঁচা তেজেৰে আজি পৃথিৱী ৰঙা—যোৱা বীৰ-হঁত এইবাৰ লুইতৰ পানী ৰঙা কৰি দিয়াগৈ।

[ চুৰেং আৰু বৰবৰুৱাৰ প্ৰস্থান ]

আহাঁ ভাইহঁত—আমি যাওঁ চাওঁগৈ ক'ত আছে তুৰ্ব্বক,—বঙাল নৰকী ?

[ কণচেং আৰু সেনাবোৰৰ প্ৰস্থান ]

[ হাতত এডাল জাটিলৈ খুণবাওৰ প্ৰবেশ ]

খুণবাও—দেকিচুঁ ! দেকিচু ! কতে আৰিবি ? তাতে আৰিলি—ইয়াতে আৰিলি ! আৰু কেদিম ! নাপায় মান কেদিম ! ক'ত আৰিবি !

[ কণচেং যোৱা বাটে যায় গৈ ]

[ কাছিত্তাৰাৰ প্ৰবেশ ]

কাছি—নোৱাৰিলোঁ ! প্ৰতিহিংসা পুৰাব নোৱাৰিলোঁ ! ৰেণু ! ৰেণু ! পাব যদি পুৰাবি। পলাবৰ পথ নাই ! কেনি যাওঁ ! ক'ত লুকাওঁ !

[ প্ৰস্থান ]

[ বেগাই তুৰ্ব্বকৰ প্ৰবেশ ]

তুৰ্ব্বক—সৰ্ব্বনাশ হ'ল ! ক'ত সেনাপতি ? কোনো নাই ! আগত শত্ৰু ! পিছত শত্ৰু ! ৰক্ষা নাই ! কেনি যাওঁ ! ক'ত লুকাওঁ !

কণচেং—ক'ত তুৰ্ব্বক ! ক'ত বঙাল ?

তুৰ্ব্বক—পালেহি ! আৰু ৰক্ষা নাই ! কি কৰোঁ ?—

[ কণচেঙৰ প্ৰবেশ ]

কণচেং—এইয়া ইয়াতে ! কলৈ পলাবি ভীৰু ? অস্ত্ৰ ল !

তুৰ্ব্বক—তেন্তে কাফেৰ—

[ দুয়োৰে যুদ্ধ। কণচেঙে তুৰ্ব্বকক জাঠিৰে শালি মাটিত পেলাও-তেই পিছফালৰ পৰা কাছিতাৰা সোমাই—কণচেঙলৈ তৰোৱাল ডাঙোতেই খুণবাওৰ জাটিয়ে কাছিতাৰাক শালি থয় ]

তুৰ্ব্বক—ই—য়ে—খো—দা

[ মৃত্যু ]

কাছি—উ—স্ [ মৃত্যু ]

খুণবাও—তই নঅয়—মই মাৰিম। ইমান কেদিছু—তুকে কিয় মাৰিব দিম !

[ কণচেং উঠি খুণবাওক দেখিব লাগে ]

কণচেং—বুবু—তই ! তই মোক গুপ্ত ঘাতকৰ হাতৰ পৰা ৰক্ষা কৰিলি।

খুণবাও—পাইচুঁ—ইমান কেদি পাইচুঁ ! তাকে তুকে মাৰিব দিয়া নাই ! মই মাৰিব ৰাকিছে। জাতি ল ! যুজি পা—মই তুকে জাতি দৰিব ইকাইছে—মুব লকতে যুজি পা—মুৰ আততে মৰি পা।

কণচেং—কি কৈছ বুবু—লুকুৰ কথা ক ! লুকু ভালে আছে ?

খুণবাও—হাঃ হাঃ লুকু ! লুকু কতা উদিছে তুৰ ! লুকুক কাই আয়ি আক' লুকু কতা উদিছে তুৰ !

কণচেং—লুকু নাই! কি কলি বুবু? লুকুক খাই আহিছোঁ। মই! লুকু! লুকু! সচাকথা, মইয়ে খালোঁ! ৰাক্ষস মই—মইয়ে খাই আহিছোঁ। লুকুক! উস্—লুকু—

[ কান্দে ]

খুণবাও—কানিলে নঅয়! জাতি ল! চেংলুং—জাতি ল!

কণচেং—বুবু—মই যে লুকুৰ গুৰিলৈ যাবলৈ মোৰ কর্ত্তব্য শেষ কৰি আনিছিলোঁ। লুকু—মোৰ! ক বুবু এবাৰ শুনি লওঁ—লুকুৰ মোৰ কি হ'ল!

খুণবাও—উনিবি—কুব ৰং পাবি—কুব বাল্ পাবি। তুৰ কুচি আয়িলে- -লুকু পর্পত টিং পৰা তুকে দেকি তাকিলে। যিমান দেকিব পালে য়িমান দেকিলে—আমাৰ দেকি পাই কিমান মাতিলে কিমান নামি আয়িব কলে—একু মুউনিলে। উনিবি চেংলুং তাৰ—কি কলে—? কলে—কাকাটিক মই বব বাল পাওঁ বুবু—মই যাম—[ আকাশলৈ আঙুলিয়াই ] অউ তাত পৰা কাকাটিক অদায় দিন দেকি তাকিব যাম।

আৰু উনিবি—আৰু উনিবি চেংলুং! আৰু তাৰ কতা নকলে! পর্পত টিং পৰা জাপ মাৰি অউ পিনে—কুচি ক'ল।

[ আকাশলৈ আঙুলিয়াই দেখুৱায় ]

কণচেং—লুকু—লুকু—ইমান ভালপোৱা তোৰ সেই এধানিমান বুকুখনিত। ৰাক্ষস মই—কি কৰিলোঁ।

খুণবাও—য়েই দিন পৰা তুকে বিচাৰিচুঁ! আজি পাইচুঁ! আজি আৰিব মুৱাৰ! চেংলুং—জাতি ল!

কণচেং—লুকু—লুকু—তোক যে মই বৰ ভাল পাওঁ—[ কান্দে ]

খুণবাও—বাল পাৱ—লুকুক বাল পাৱ—মুউমু—একু মুউমু জাতি ল—যুজি পা।

কণচেং—কোন সৰগৰ দেৱী আহিছিলি লুকু—ক্ষন্তেক নীৰলে ফুলি ক্ষন্তেকতে মাৰ গলি। মোক যে চিৰদিন কান্দিবলৈ এৰি থৈ গলি! যদি তোৰ শুনিবৰ শক্তি থাকে এবাৰ শুনি যা—শুনি যা লুকু! মই—তোক বৰ ভাল পাওঁ।

খুণবাও—ৰকিব মুৱাকঁ চেংলুং! জাতি ল! অকত পৰা জাতি দৰিব ইকাইছুঁ তুক—আজি দেখি পাওঁ কেনে য়িকিছ। আজি তুৰ বুবু লক্ যুজি পা—বুবু আততে মৰি পা!

[ খুণবাৱে জাঠি ডাঙি লয়। কণচেঙে হাতৰ জাঠি তৰোৱাল দলিয়াই পেলাই—বুকু উদঙাই খুণবাওৰ জাঠিৰ আগত ঠিয় হয় ]

কণচেং—মাৰ বুবু—দে তোৰ জাঠি—মোৰ বুকুত বহুৱাই দে—মোৰ পাপৰ—প্ৰায়শ্চিত্ত হওক।

[ খুণবাৱে ডাঙিলোৱা জাঠি দলিয়াই পেলাই কণচেঙক সাবট মাৰি ধৰে ]

খুণবাও—মুৱাকঁ! মুৱাকঁ! চেংলুং! তই মুৰ লুকু তাকি বেচি। তুক মই লুকু তাকি বেচি বাল পাওঁ!

নঅয়! নঅয়! লুকু অকল তাকিছে! তই নঅয় চেংলুং—তই নালাকে—মই যাম—

[ কণচেঙক এৰি আহি—জাঠি তুলিলৈ নিজৰ বুকুত মাৰি পৰি যায়। ]

লুকু—লুকু—

কণচেং—কি কৰিলি বুবু—মোক মাৰিবলৈ আহি জাঠি নিজৰ বুকুত বহুৱালি! বুবু—বুবু

[ কান্দে আৰু খুণবাওৰ মৃত কোলাত তুলি লয ]

খুণবাও—মই আয়িলুঁ চেংলুং—লুকু অকল তাকিছে—মই যাওঁ চেং-লুং—লু—কু

[ মৃত্যু ]

কণচেং—গলি গই বুবু—লুকুৰ—ওচৰলৈ গুচি গলি—মোক কাৰ গুৰিত থৈ গলি বুবু! বুবু!

—আঁৰ কাপোৰ—

---

## দ্বিতীয় দৃশ্য

চৰগুৱাৰ ডেকা বজাৰ হাউলী।

[ চুক্লেন কোঁৱৰৰ কক্ষ। অকলে ৰতিমন ]

ৰতিমন—আশাত বন্দীহৈ যলৈকে আহিছোঁ ততে ব্যৰ্থ হৈছোঁ! *হে দেৱতা! হে মোৰ চিৰ আৰাধ্য! মোৰ কি* কৰিলা! তোমাৰ আশাতে এই শ্মশানলৈ আহিলোঁ —আহত চুক্লেন উপলক্ষ্য মাথোন! মোৰ—দুৰ্ভাগ্য—তুমি আগেয়েই গুচি গলা! আশাৰ আশাত চাপি যাওঁ—কিন্তু পাওঁহি হিয়ভৰা দুখ—বুকুভৰা অশান্তি!

[ চুক্লেন সোমাই আহে। ]

চুক্লেন—ৰতিমন! এইয়া—ইয়াতে আছ তই! মই ইমান পৰ তোকে বিচাৰি ফুৰিছোঁ। মোৰ মন যে একেবাৰে অস্থিৰ হৈ পৰিছে—! আৰু কিমান দিন এইদৰে উৎকণ্ঠাত থাকিম। ৰণৰ বাতৰি আজিও একো নেপালোঁ। আকৌ ৰণলৈকে যাওঁ—কি কৱ ৰতিমন! এতিয়াতো মই সম্পূর্ণ সুস্থ। ইমান দুর্ভাবনা দুশ্চিন্তাত পুৰি মৰাতকৈ—আকৌ ৰণলৈকে যাওঁ।

ৰতিমন—ময়োতো তাকেই কব লাগিছোঁ ইমান—দিন।

চুক্লেন—যাওঁ। পিছে ইয়াৰ কামৰ কি হব! এইখিনি সময়েই—বৰ সুবিধাৰ আছিল। ৰাজধানীত উছল মুছল নাই—বেছি মানুহ দুনুহৰ উম্ ঘাম্ নাই—ইয়াতকৈ প্রশস্ত সময় আৰু কেতিয়া পাম! কোনেও সন্দেহ নেপাব। কাৰো সন্দেহৰো—বাট নেথাকিব।

ৰতিমন—আপোনাৰ ইমান দিন পলম কৰাই মহা ভুল হৈছে কোঁৱৰ। এদিন চেগ্ চাই কামটো কৰি থোৱা হলে সকলো লেঠা মিটি যায়! ইমান দিনে মহাসুখে ৰাজ পাটত বহি ইচ্ছামতে কাম কৰিব পাৰিলেহেঁতেন!

চুক্লেন—মই বাট চাইছিলোঁ ৰণৰ এটা ভাল বেয়া বাতৰিলৈ ৰতিমন!

ৰতিমন—ইফালে যে বাট চাওঁতে খেণ চৰি যায়। কামটো আজি কালিৰ ভিতৰতে শেষ কৰক তাৰ পিছত আৰু আপোনাৰ হাততে সকলো। বাতৰিৰ কাৰণে তেতিয়া—কটকী—

পঠিয়ায়—নিজে যায়—যি কৰে ইচ্ছামতে কৰি থাকিব। মোৰ বুধি শুনে যদি আপুনি আজিয়েই কামটো শেষ কৰক কোঁৱৰ।

চুক্লেন—তোৰ বুধিনো কেতিয়া শুনা নাই!

ৰতি—শুনিছে যদি আৰু আজিয়েই এটা কৰি পেলাই কালিলৈ বণলৈ যাওঁগৈ ওলাওক।

চুক্লেন—মোক তই নিজ হাতে কৰিবলৈ কৱ!

ৰতিমন—আকৌনো কি? এইবোৰ কাম—নিজ হাতে কৰাই ভাল!

চুক্লেন—নিজ হাতে! পাৰিম তো!

ৰতি—কিয়নো নোৱাৰিব! আপোনাৰ যি এনেকুৱা কৰিব পাৰে—

চুক্লেন—ঠিক কৈছ ৰতিমন, পৰিবই লাগিব।

ৰতি—অৱশ্যে।

চুক্লেন—পিছে—কেতিয়া—

ৰতি—আকৌ বোলে কেতিয়া? আজিয়েই!

চুক্লেন—কেনেকই?

ৰতি—শুই থাকোঁতে! চোকা কটাৰীৰে—ডিঙিত মাথোন এটা ৰে।

চুক্লেন—যদি কোনোবাই দেখা পায়!

ৰতিমন—ইমান ভয় কৰিলে নচলে কোঁৱৰ। যদি কোনোবাই দেখা পায়—ধন দি মুখ মাৰিব লাগিব—সকলো ধনৰ বইচ।

চুক্লেন—নহয় ৰতিমন, মই নোৱাৰিম—তই মোৰ বন্ধু—এই বিপদত তই মোক ৰক্ষা কৰ—তই পাৰিবি।

ৰতিমন—নহয় কোঁৱৰ—এইবোৰ কাম নিজ হাতে কৰাহে ভাল।

চুক্লেন—একে কথা ৰতিমন। তই কৰা যি মই কৰাও সেয়ে। মোৰ কথাতেই তো কৰিবি।

ৰতি—ৰাজপাটত তো আৰু মই নবহোঁ কোঁৱৰ।

চুক্লেন—মোৰ হলেই তোৰ ৰতিমন। ৰাজপাট দূৰৰ কথা—তই যদি ইচ্ছা কৰ—মোৰ পাটমাদৈ হেলাও তোৰ!

ৰতিমন—[ স্বগতঃ ] উস্, কি পিশাচ! এনে কথা উচ্চাৰণ কৰিবলৈকো অলপ মনত সঙ্কোচ নহ'ল!

[ স্বগতঃ ] নহয়! পাৰিবই লাগিব! ময়ে কাৰ্য্য সমাধা কৰিম—পৰিণাম তোক ভুঞ্জাম! ঠিক হব! কাৰ্য্য শেষ কৰি—সকলোকে জনাম—তয়ে পিতৃহন্তা! বন্দিশালত পচিবি! শূলত নাচিবি! প্ৰতিহিংসা পূৰ্ণ হব! পিতৃ মাতৃ তৃপ্ত হব!

চুক্লেন—কি ভাবিছ ৰতিমন?

ৰতিমন—ভাবিছোঁ—যদি ইমান দূৰ পাৰে এই কণনো নোৱাৰে কিয়?

চুক্লেন—নোৱাৰিম কিয়? অৱশ্যে পাৰিম। যদি তই নকৰ ময়ে কৰিব লাগিব। ক' তই নোৱাৰ।

ৰতিমন—নোৱাৰিম কিয় কোঁৱৰ?

চুক্লেন—মই জানিছিলোঁ তই কৰিবিয়েই। ৰতিমন! শুই থাকোঁতে ঠিক নহব,—মই অন্য উপায় ভাবিছোঁ।

ৰতিমন—কি ?

চুক্লেন—পিতাৰ অনুমতি লৈ—আমি ৰণক্ষেত্ৰলৈ যাওঁ বুলি যাত্ৰা কৰিম। দুয়ো গৈ নাৱত উঠি মানুহক দেখুৱাই নাও মেলি দিম! কিছুদূৰ গৈ লুকুৱাই নাও বান্ধি—বামেদি মনে মনে চৰাইদেও ওলামগৈ।

ৰতিমন—চৰাইদেও! চৰাইদেওলৈ কিয় ?

চুক্লেন—পিতা আজি কালি সদায় চৰাইদেও মন্দিৰত পূজা দিবলৈ যায়। আজিও যাব। সন্ধ্যাৰ আগেয়ে মন্দিৰৰ পৰা নাহে। ৰখীয়া পালিও কাকো নিনিয়ে সকলো চ'ৰাতহে থাকে। চ'ৰাও মন্দিৰৰ পৰা ভালেখিনি আঁতৰত। মন্দিৰৰ পৰা ওলায় চ'ৰালৈ উভটি আহোঁতেই! সেইখিনিয়েই সময় আৰু সেয়ে ঠাই! মন্দিৰৰ পিছ ফালে দুয়ো বখি থাকিম। আয়তীহঁতে আৰতি গাই ওলাই যাব—আৰু তাৰ পিছতে আহিব পিতা! তয়ো তেতিয়াই পিছফালৰ পৰা গৈ কাৰ্য্য শেষ কৰিবি! কোনেও নেজানিব—কাৰো সন্দেহ কৰিবৰ ঠাই নেথাকিব। আমি দুয়ো লৰি গৈ নাৱত উঠি নাও মেলি দিম!

ৰতিমন—[ স্বগতঃ ] চৰাইদেও! চৰাইদেও মন্দিৰ! পিতাৰ পবিত্ৰ সমাধি! উপযুক্ত ঠাই! তাৰেই খটখটিৰ তলত তোমাৰ কটামূৰ পোতা আছে—ওপৰত বাগৰিব শত্ৰুৰ কটামূৰ! ছিন্ন শিৰত তোমাৰ কেঁচা তেজৰ ভৰণ লৈ পৰিতৃপ্ত হবা পিতা!

চুক্লেন—মৌন হলি কিয় ৰতিমন? নোৱাৰ ?

ৰতিমন—নোৱাৰিম কিয় ? আপুনি লগে লগে থাকিব নহয় !

চুক্লেন—নিশ্চয় থাকিম। যা ৰতিমন ! সোনকালে প্ৰস্তুত হ'গৈ। ময়ো ওলাওঁ।

[ দুয়োৰে প্ৰস্থান ]

—পট পৰে—

---

## তৃতীয় দৃশ্য

### নগাকুঁৱৰীৰ মৈদাম

[ কণচেং সোমাই দূৰৈত অস্ত্ৰ, পৰিচ্ছদ আদি থৈ লাহে লাহে মাকৰ মৈদামৰ ওচৰ চাপি আহি আঁঠু কাঢ়ি বহেহি ]

কণচেং—জন্মিছিল এটা দানব ! সুহিছিল সাগৰ—মথিছিল সমুদ্ৰ—চূৰ্ণ কৰিছিল পৰ্ব্বত ! এটা ধুমুহা—এটা ভূমিকম্প—এটা বিপ্লব—এটা দৈত্য—যেনি গ'ল—অনাবিল অশান্তি—প্ৰলয়—নৰক—অগ্নি—বিভীষিকা—হত্যা মাথোঁ লৈ গ'ল !

আই ! আই ! অভিশপ্ত পাপী মই—তোমাৰ পুণ্য মন্দিৰৰ দুৱাৰত থিয় হবৰ অধিকাৰী—নহওঁ ! মই হত্যা—মই নৰক—মই সৃষ্টিৰ আবৰ্জ্জনা ! ভয় লাগে জানোচা মোৰ কলুষিত নিশ্বাসেৰে তোমাৰ পুণ্য মন্দিৰ কলুষিত কৰোঁ। তথাপি জননী—তোমাৰ পুণ্য মন্দিৰৰ দুৱাৰ—দলিত অভিশপ্ত

পাপীৰ এটোপা তপত চকুলো থৈ—দগ্ধ অন্তৰৰ এটি মৰ্ম্মভেদি হুমুনীয়াহ এৰি শান্তি পাওঁ বুলি—আহিছোঁ !

[ মৈদামৰ ওপৰত মূৰ থৈ ৰয় ]

আই ! আই—কি দেখিলোঁ ! কি দেখুৱালা ! স্বপ্ন নে দিঠক !—সৌৱা কণক মন্দিৰৰ স্বৰ্ণ সিংহাসনত—তুমি—সোঁ হাতে তোমাৰ দিব্য সৌম্য মূৰ্ত্তি কোন সৌৱা ! কোলাত তোমাৰ অপ্সৰা ৰূপ জিনা স্নেহ সৰলতাৰ প্ৰতিমূৰ্ত্তি লুকু ! কাষত তোমাৰ থিয় দি চামৰ জুলাইছে সৌৱা বুবু ! চকুত আনন্দাশ্ৰু,—মুখত হাঁহি—একাগ্ৰ দৃষ্টিৰে চাইছা মোৰ ফালে ! অভিশম্পাত কৰা নাই !—গ'ল ! গ'ল ! অদৃশ্য হ'ল ! কি ঈঙ্গিত কৰিলা জননী ! বুজিছোঁ বুজিছোঁ আই, মোক পথৰ সন্ধান দিলা ! তেন্তে প্ৰস্তুত হওঁ ! এয়ে মোৰ তীৰ্থ—এয়ে মোৰ স্বৰ্গ—যাওঁ—

ৰণ জিনি আহিছোঁ—এতিয়াও স্বৰ্গদেওক বাৰ্ত্তা দিয়া হোৱা নাই। পাঠানক কৰতোৱা পাৰ কৰি খেদি আহিছোঁ—শুনি তৃপ্ত হব—আহোমৰ বিস্তীৰ্ণ সাম্ৰাজ্যৰ কৰতোৱা সীমা কৰি আহিছোঁ—!

তাৰ পিছত যাম এবাৰ লুকুৰ—মোৰ প্ৰাণৰ একেটি জীৱন্ত প্ৰতিমাৰ সমাধি চাবলৈ ! এটোপা চকুলো পুষ্পাঞ্জলি দি অন্তৰৰ অনন্ত অতৃপ্তিৰ কণামাত্ৰ নিবৃত্তি কৰিবলৈ। বিদায় জননী !

[ উঠি জাঠি আৰু পৰিচ্ছদাদি লৈ প্ৰস্থান ]

—পট পৰে—

## চতুৰ্থ দৃশ্য

### এটা আলিবাট

[ এজন উদাসীৰ প্ৰবেশ ]

গীত

জুকিয়া সজুঁলি বান্ধি ল টুপলি—
　　এন্ধাৰে আহিছে ঢাকি, অ শাকিনা
　　　　দিনবো আৰু নাই বাকী।
বেলিটি দিলে লাহ মন্দিৰত বাজিল কাঁহ—
　　থাপনাত লগালে চাকি, অ শাকিনা
　　　　থাপনাত লগালে চাকি।
লগৰ লগৰীয়া গলেগৈ পালটি—
　　তযেহে অকলে বাকী, অ শাকিনা
　　　　কি কৰ অকলে থাকি।
পাৰৰ পাৰে ঘাটৈ সকীয়াই আছে বৈ—
　　জুৰি ল খৰেকৈ সাকি, অ শাকিনা—
　　　　জুৰি ল খৰেকৈ সাকি,—
পাৰৰে বানচি মনত ল আলচি,—
　　ধিয়া তোৰ আপদৰ সাক্ষী, অ শাকিনা
　　　　ধিয়া তোৰ আপদৰ সাক্ষী।

---

—পট পৰে—

## পঞ্চম দৃশ্য

চৰাইদেও মন্দিৰৰ সন্মুখ

[ আয়তীবিলাকে হাতে হাতে ধূপ ধুনা চাকি সলিতা আদি লৈ সোমাই আহি মন্দিৰৰ খট খটিত বহি আৰতি গায় ]

গোঁসানী গোঁসানী অ' আই গোসানী—
আসনত আছনে নাই !
আৰু তোক মুগুৰায় পুতলা ৰূপে আই
চা চকুমেলি চাই।
পূজাৰে পূজাৰী গ'ল সাৰি সাৰি
পালি পৰিয়াও নাই।
সৰাইত অৰিহণা নাই ধূপে ধুনা,
বন্তিত সলিতা নাই।
ক'তে ভগৱতী লুকালি শকতি—
সংহাৰ মূৰুতি আই !
অ' ভগৱতী, অ' কেচাই খাতী,
অ' মোৰ গোসানী মাই !

[ সকলোৰে প্ৰস্থান ]

[ হাতত কটাৰী লৈ ৰতিমন সোমায় ]

ৰতিমন—এইয়েই মন্দিৰ ! এইয়া তাৰ—খট্‌খটি ! পিতা ! ইয়াৰ তলতে কেঁচা তেজৰ তৃষ্ণাত অপেক্ষা কৰিছা ! ক্ষন্তেক ৰবা—এইয়া কটাৰী—ইয়াৰ এটা ৰেপ ! এই খিনিতে ! দৃপ্ত হ প্ৰতিহিংসা—আশীৰ্ব্বাদ কৰা মাতৃ !

সৌৱা তুৱাৰ! এই পিনেই আহিব। এই খিনিতে সমাধি হব! ক্ষমা কৰিবা দেৱতা—ক্ষমা কৰিবা হে মোৰ চিৰ আৰাধ্য—! লুকাওঁ—এয়ে আহিবৰ সময়!

[ ৰতিমন লুকায় আৰু চুহুম্মুঙৰ প্ৰবেশ ]

চুহুম্মুং—হে মোৰ চিৰ আৰাধ্যা—! হে মন্দিৰ অধিষ্ঠাত্ৰী দেৱী! অতৃপ্ত প্ৰাণত মোৰ কেতিয়া শান্তি আনি দিবা জননী—! বৰ অশান্তি! আজীৱন পাপৰ এয়ে নেকি পৰিণাম! ঘৰে পৰে অশান্তি! ৰণৰ কথা ভাবিলে আতঙ্কত বুকু কঁপি উঠে! কণচেং, ভাই মোৰ—ভৰসা তুমি—ভাবিব নোৱাৰোঁ। তুমি নাহিলে কি হ'লহেতেন! এতদিনে বা কি হৈছে তাকো কব নোৱাৰোঁ। উস্—ক'ত শান্তি—ক'ত শান্তি।

[ মনে মনে ৰতিমন সোমাই আহি স্বৰ্গদেওৰ পিঠিয়েদি কটাৰী বহুৱাই দিয়ে ]

উস্—নৰাধম—কোনে—

[ পৰি যায় আৰু মৃত্যু ]

ৰতিমন—হাঃ হাঃ! প্ৰতিশোধ!

[ পিছ ফালৰ পৰা কণচেং সোমাই আহি ৰতিমনৰ ডিঙিত ধৰি বুকুত তৰোৱাল বহুৱাই দিয়ে ]

কণচেং—কি কৰিলি নৰাধম! যদি আৰু এক মুহূৰ্ত্ত আগ বাঢ়িলোঁহেতেন! স্বৰ্গদেও—

ৰতিমন—আ—স্! তুমি! দেৱতা! বৰ সুখ! বৰ তৃপ্তি!

[ ৰতিমন পৰি যোৱাৰ লগে লগে কণচেংৰ হাতত‌ে পাগুৰি স্নলকি বৈ যায়, গাৰ কাপোৰ ঘহি পৰে। ববৰুৱা চৰেং আৰু বিষয়া সকলো সেই সময়তে সোমাই আহে ]

কণচেং—ইকি! ৰমণী! হা ঈশ্বৰ! শেষত ইও আছিল!

কিয় এনে কাম কৰিলি হতভাগিনী!

ৰতিমন—হতভাগিনী নহয়—ভাগ্যৱতী! বৰ সুখ! জীৱনত যি নেপালোঁ—আজি মৰণত সেই পৰশ—চিৰজনমৰ কামনা—হৃদয়ৰ বাঞ্চিত ধন হাতত‌ে পালোঁ—বৰ তৃপ্তি—বৰ সুখ!

কণচেং—মৰণত তৃপ্তি! কোন তই--

ৰতিমন—দেৱতা—হে মোৰ নীৰব গোপন আৰাধনাৰ দেৱ প্ৰতিমা—মই—আপোনাৰ দাসী—ছুটীয়াৰ মহাৰাজ ধীৰ নাৰায়ণৰ কন্যা ৰেণুকা! দেৱতা মোৰ--আৰু শক্তি নাই স্বামী—প্ৰভু—চৰ—ণ--ত—ঠা—ই--দি

[ মৃত্যু ]

চুৰেং—ৰেণু! কাৰেঙৰ লিগিৰি ৰেণু—ছুটীয়াৰ ৰাজ কন্যা! ইকি প্ৰহেলিকা!

[ চুৰেং স্বৰ্গদেওৰ ওচৰত বহেগৈ ]

চুৰেং—পিতা—পিতা— নাই—সকলো শেষ—উস্— যদি আৰু এক মুহূৰ্ত্ত আগেয়ে আহিলোঁহেতেন!

ববৰুৱা—স্বৰ্গদেও! যদি এই জয়ৰ বাতৰি শুনি

যাবলৈ পালেহেঁতেন! হয়তো শান্তিৰে স্বৰ্গী হ'লহেঁতেন! কি কৰিলা—দয়াময়!

১ম বিষয়া—ঈশ্বৰ! কিয় এনে আনন্দৰ—দিনত—এনে নিৰানন্দ আনিলা!

চুৰেং—মই যে একো বুজিব পৰা নাই কি হ'ল! যেন এটি সপোন! এটি প্ৰহেলিকা!

কাচেং—বাস্তবিকেই সপোন কোঁৱৰ! বিভীষিকা পূৰ্ণ এটি প্ৰহেলিকা! বিচিত্ৰ এটি নাটিকাৰ যবনিকা!

---

যবনিকা

# লিখক পৰিচিতি

স্বৰ্গীয় কমলানন্দ ভট্টাচাৰ্য্যৰ জন্ম হয় ইং ১৮৯৪ চনৰ ২ জুন তাৰিখে নগাৱঁৰ অমোলাপট্টিৰ ঘৰত। তেখেতৰ পিতৃৰ নাম ৺মহদানন্দ ভট্টাচাৰ্য্য আৰু মাতৃৰ নাম ৺ৰত্নেশ্বৰী দেৱী।

সৰুৰে পৰা তেখেতৰ খেলাধূলা আৰু সঙ্গীতত ৰাপ আছিল আৰু স্কুলত পঢ়াদিনৰে পৰা গান আৰু কবিতা লেখিছিল। তেখেতৰ দেউতাকো সঙ্গীতজ্ঞ আছিল—তবলা, ক্লাৰিওনেট, বেহেলা আৰু চেতাৰ আদি বাদ্যযন্ত্ৰ বজাব জানিছিল। ইংৰাজী স্কুলত পঢ়া অৱস্থাতে ভট্টাচাৰ্য্য-দেৱৰ পিতৃবিয়োগ হয় ১৯০৯ চনত। চাৰিটা লৰা আৰু তিনি জনী ছোৱালীৰে সৈতে তেখেতৰ মাতৃ সহায় সম্বলহীন হৈ যিদৰে ধৈৰ্য্য ধৰি দক্ষতাৰে নিজ বাহুবলেৰে ( কটনা কাটি ) চাৰিওটা লৰা পঢ়াই তিনিজনী ছোৱালী বিয়াদি আনৰ ওচৰত হাত ন পতাকৈ ঘৰ চলাইছিল ই সামান্য মানুহৰ কাম নহয়।

ভট্টাচাৰ্য্যদেৱে ১৯১১ চনত মেট্ৰিক পাচ কৰি ১৯১৪ চনত কটন কলেজৰ পৰা এফ, এ পাচ কৰে। ইয়াৰ পিছত তেখেতে কলিকতাত বি, এ পঢ়েগৈ। কিন্তু ঘৰৰ অৱস্থা শোচনীয় হোৱাত তেখেতৰ মাতৃয়ে ইমান খৰছ যোগাব নোৱৰা হোৱাত বাধ্যহৈ বি, এ পৰীক্ষা নিদিয়াকৈ গুচি আহিব লগা হয়। সেই সময়তে নগাওঁ গৱৰ্ণমেণ্ট হাই স্কুলত এজন শিক্ষকৰ কাম খালি হোৱাত ৫০৲ টকা দৰমহাত সেই কামতে ভৰ্ত্তি হবলৈ বাধ্য হয় আৰু অতি সুখ্যাতিৰে, সকলো ছাত্ৰ আৰু শিক্ষকৰ প্ৰিয় পাত্ৰহৈ ৭ বছৰকাল সেই চাকৰী কৰে। স্কুলত চাকৰী পোৱাৰ কিছুদিনৰ পাছতেই তেখেতৰ বিয়া যোৰহাটৰ স্বনামধন্য চাহ খেতিয়ক ৺সোমেশ্বৰ শৰ্ম্মাদেৱৰ নাতিনিয়েকৰ লগত সম্পন্ন হয়।

ইতিমধ্যে তেখেতে বহুত গান ৰচনা কৰে আৰু কেইবাখনো বঙ্গালী নাটক অসমীয়ালৈ অনুবাদ কৰি নগাওঁ নাট্য মন্দিৰত অভিনীত কৰায় আৰু নিজেও অভিনয়ত যোগদি যথেষ্ট খ্যাতি অৰ্জ্জন কৰে। তেখেত সুনিপুণ গায়ক আছিল আৰু চেতাৰ, এচৰাজ, বেহেলা, বাঁহী, তবলা, জলতৰঙ্গ আদি অনেক বাদ্যযন্ত্ৰ বজাব জানিছিল। তেখেতৰ সঙ্গীতৰ প্ৰভাবে বহুতক মোহিত কৰিছিল আৰু যি মানুহে এবাৰ তেখেতৰ সংস্পৰ্শত আহিছিল তেওঁৰেই তেখেতক জীৱনত পাহৰিব নোৱাৰিছিল। ৰবিবৰ শ্ৰীৰত্নকান্ত বৰকাকতিদেৱ তেখেতৰ অকৃত্ৰিম বন্ধু আছিল আৰু তেখেতৰ লগত সেই সময়ত অঃ ভাঃ উঃ সাঃ সভাত যোগদি উক্ত সভাবিলাকৰ অধিবেশন বিলাক গানে বাজনাই উপাদেয় কৰি তুলিছিল। নগাৱঁত অনুষ্ঠিত হোৱা যি কোনো উৎসব, সভা, সমিতি, বিদায়-মেলা ইত্যাদিত তেখেতে ততালিকে সময়োপযোগী কৰি ৰচনা কৰি দিয়া গান, কবিতা বা আবৃত্তি নহলে সেই সেই উৎসব কেতিয়াও সম্পূৰ্ণ নহৈছিল।

১৯২১ চনত অসহযোগ আন্দোলনত যোগদি চৰকাৰী চাকৰী ইস্তফা দিয়াত নগাৱঁত প্ৰথম আছিল ভট্টাচাৰ্য্যদেৱ। তেখেতৰ এজন ভায়েকে এই সময়ত কটন কলেজত I. Sc. পৰীক্ষাৰ বাচনি পৰীক্ষা দিছিল, বাকী দুজনে ইংৰাজী স্কুলত পঢ়িছিল। এটাই কেউজন ভায়েকক তেখেতে কলেজ আৰু স্কুলৰ পৰা এৰুৱাই আনি অসহযোগ আন্দোলনত যোগ দিয়ালে আৰু ভায়েক ৺কেশবানন্দ ভট্টাচাৰ্য্যৰ সৈতে দুবাৰ জেল খাটে। জেলৰ পৰা ওলাই আহি দেখে যে সংসাৰ অচল, গতিকে উপায়ান্তৰ হৈ বেহা বেপাৰত হাত দিবলৈ বাধ্য হ'ল, সৰু ভায়েক দুজনক পুনৰ স্কুলত সুমাই দিলে। মাজু ভায়েক ৺কেশবানন্দই ককায়েকৰ লগতে সহায় হ'ল কিন্তু বিধিৰ বিধান ১৯২৭ চনত মিকিৰ পাহাৰত এডোখৰ অস্বাস্থ্যকৰ ঠাইত Black water fever হৈ তেখেতৰ মাজু ভাই ৺কেশবানন্দ ভট্টাচাৰ্য্যৰ অকাল মৃত্যু হয়। এই ভ্ৰাতৃ বিয়োগত তেখেতে বৰ মনোকষ্ট

পাই স্বৰ্গীয় ভ্ৰাতৃৰ স্মৃতি ৰক্ষাৰ্থে "বাউলী" ৰাইজৰ মাজলৈ আগবঢ়াই দিয়ে। ইয়াৰ পিছত তেখেতে "নগা কোঁৱৰ", "মৰাণ জীয়ৰী", "খৰিভাৰীৰ ৰাজ্যলাভ," "সৈৰিন্ধ্ৰী," "চিত্ৰাঙ্গদা", "অৱসান" আদি নাটক লেখে। ইয়াৰে কিছুমান নাটক ছপাহৈ ওলাইছে আৰু কিছুমান এতিয়াও অপ্ৰকাশিত অৱস্থাত আছে।

তেখেতৰ ভ্ৰাতৃবিয়োগৰ পিছত ব্যৱসায়ত হাত চিগাহৈ ঘৰতে পঢ়ি P. L. পাচ কৰে আৰু নগাও বাৰত "প্ৰেকটিচ্" আৰম্ভ কৰে কিন্তু practice কৰি পোৱা সামান্য পইচাৰে তেখেতে অতিকষ্টেৰে চলিব লগাত পৰে। ইতিমধ্যে H. M. V. (Cal.) কোম্পানীয়ে নিৰ্দ্দেশ দিয়াত "বভ্ৰুবাহন" নাট লেখি নগাৱঁৰে কেউজনমান বচা বচা শিল্পীৰে সৈতে কলকতাত ৰেকৰ্ড কৰি আহে গৈ। ইয়াৰ আগতে তেখেতে কেই-বাটাও গান ৰেকৰ্ড কৰিছিল। তেখেত ছিলেট্ জেইলত আবদ্ধ থাকোঁতে ভালেখিনি গান, 'যুগল মিলন" বুলি এখন নাট আৰু কেইবাখনো নাট ৰচনা কৰি নিদিয়াকৈ ৰাখিছিল।

অভাব অনাটনৰ মাজেদি সদায় চলিবলগীয়া হোৱাত মনৰ অশান্তি, অতিৰিক্ত খাটনি আৰু সেই অনুপাতে তাৰ ফল নোপোৱাত তেখেতৰ স্বাস্থ্য লাহে লাহে বেয়া হৈ আহে।

তেখেতক বেয়া পোৱা মানুহ নাছিল; কাৰণ তেখেতৰ হৃদয় ইমান কোমল আছিল যে নিজৰ ক্ষতি স্বীকাৰ কৰিও বিপদগ্ৰস্তক সহায় কৰিছিল। নগাওঁ ড্ৰেমেটিক ক্লাবৰ তেখেত ধৰণী স্বৰূপ আছিল। তেখেতৰ দুটি পুত্ৰ আৰু দুটি কন্যাক তেখেতৰ মনোমত কৰি সঙ্গীত শিক্ষা দিছিল। দাৰিদ্ৰৰ হেঁচা তেখেতৰ বহুমুখী প্ৰতিভাৰ বিকাশপথত চিৰকাল প্ৰতিবন্ধক হৈ আছিল।

১৯৪২ চনৰ আগষ্ট মাহৰ মাজভাগত নগাওঁ জিলা কংগ্ৰেছ কমিটিৰ সম্পাদকৰ ভাৰপ্ৰাপ্ত হৈ, বৃটিচ চৰকাৰৰ অত্যাচাৰৰ চৰম, নগাৱঁৰ

বেবেজিয়া, বৰহমপুৰ, বাৰপুজীয়া আদি গাৱঁৰ হত্যাকাণ্ড আৰু দৈনিক বিৱৰণী গোটাই, লেখি, ফট আদি লৈ তেখেতে আচুতিয়াকৈ ৰাখিছিল, এবাৰ নহয় দুবাৰ নহয়, তিনিবাৰকৈ মিলিটাৰীয়ে ঘৰলুৰ্কি সেই বহুমূল্য়া কাগজ পত্ৰৰ সৈতে ছিলেট্ জেইলত লেখা গান আৰু নাটক সমস্ত ধুঁহিপাহি মসিমুৰকৈ কিছুমান নষ্ট কৰিলে আৰু কিছুমান লৈ গুচি গ'ল যিবিলাকৰ উদ্ধাৰ আৰু তেখেতে কৰিব নোৱাৰিলে।

১৯৪৩ চনত তেজপুৰ জেইলত থাকোঁতে তেখেতে "বিযাল্লিছৰ ছহীদ" আৰু "নাৰৰীয়াৰ সুৰ" বুলি এখন গানৰ কিতাপ লিখে।

স্বাধীনতা লাভৰ পিছত স্বাধীন ভাৰতৰ চৰকাৰে তেখেতক পাবলিচিটি বিভাগত এটা চাকৰী দিছিল। সেই চাকৰী তেখেতে অতি অলপ দিন কৰাৰ পাছতেই চৰকাৰে সেই চাকৰী উঠাই দিয়াত তেখেত এইবাৰ চৰম দুৰৱস্থাত পৰে, এই সময়ত তেখেতৰ এটি লৰা কলেজত আৰু আনটি হাই স্কুলত পঢ়ে ; ছোৱালীদুটিৰ এটিয়ে হাই স্কুলত আৰু আনটিয়ে L. P. স্কুলত পঢ়ে। এই শঙ্কট সময়ত তেখেতৰ চাকৰীটি যোৱাত তেখেতৰ দুখ দুৰ্দ্দশাৰ সীমা নাইকিয়া হ'ল। ভগ্ন স্বাস্থ্য আৰু ভাঙি পৰিল আৰু সেয়ে তেখেতৰ জীৱন চমুৱাই আনিলে।

১৯৫১ চনৰ জানুৱাৰী মাহৰ ৪ তাৰিখে পুৱা ৪ বজাত তেখেতে এই সংসাৰৰ দুখকষ্টৰপৰা হাত সাৰি স্ত্ৰী, পুত্ৰ, কন্যা, ভাই ককাইক কন্দুৱাই কোনোবা শান্তিৰ ৰাজ্য লৈ প্ৰস্থান কৰিলে।

কবিবৰ শ্ৰীৰত্নকান্ত বৰকাকতিদেৱে বন্ধু বিয়োগত "বন্ধুবৰ কবি" বোলা কবিতাটিত এইদৰে লেখিছে :—

……"যি গান বেদনা লই—
আহিছিলা তুমি
গানৰ পূজাৰী
হৃদয় উজাৰি

দিলা যি মৰ্ত্ত্যকদান
মোহিলা বন্ধুৰ হিয়া
বিলালা অমিয়া !
যি গানৰ যি প্ৰাণৰ
মহা ব্যাকুলতা
করুণ কাহিনী কথা
যুগ যুগ ধৰি আজি
বিশ্বত উঠিছে বাজি
চৰাইৰ মাতৰে পৰা
মানুহৰ হৃদয় ৰাগ ছয়ত্ৰিশ ৰাগিণী—
অখণ্ড সোঁতৰ তুলি মহাতৰঙ্গিনী
পালা কি সন্ধান আজি
উৎস ক'ত তাৰ ?
লভিলা কি সঙ্গ সেই
সিন্ধুৰ অপাৰ ?

......


STATE CENTRAL LIBRARY.
Call No.
ASSAM